# মহান খলিফা কেইগৰাকী

১ম খণ্ড

১ হজৰত আবুবকৰ ছিদ্দিক (ৰাঃ)

২ হজৰত ওমৰ ফাৰুক (ৰাঃ)




জমিৰুদ্দিন আহমদ

ভাই মকবুল,

তোৰ পৱিত্ৰ স্মৃতিত এই ক্ষুদ্ৰ পুথিখনি অৰ্পণ কৰিলোঁ। পৰম করুণাময় আল্লাই তোৰ আত্মাক শান্তি দান কৰক।

তোৰ—

'কবি ভিনীছি'

# আগকথা

কোৰান-বাইবেলৰ ইতিহাসে ঢুকি পোৱা সময় ছোৱাৰ ভিতৰত হজৰত ইব্ৰাহিম নামেৰে এজন গোষ্ঠী প্ৰধান আৰু নবীয়ে আৰব দেশৰ সুদূৰ উত্তৰ অঞ্চলত নিজৰ প্ৰভাৱ বিস্তাৰ কৰিছিল। আল্লাই তেওঁৰ বংশধৰ আকাশৰ তৰাৰ দৰে অগণন কৰিব বুলি আৰু তাৰ ভিতৰৰপৰা বহু ৰজা আৰু বহু নবী সৃষ্টি কৰিব বুলি প্ৰতিশ্ৰুতি দিছিল। সেই নবী গৰাকীৰ প্ৰথম সন্তান হজৰত ইছমাইলে আৰবৰ মক্কা অঞ্চলত প্ৰভাৱ বিস্তাৰ কৰিছিল। কালক্ৰমত হজৰত ইছমাইলেও নবীত্ব প্ৰাপ্ত হৈছিল। আৰবৰ দুৰ্ধৰ্ষ অধিবাসীৰ মাজত ইছলাম বা একেশ্বৰবাদী ধৰ্ম প্ৰচাৰ কৰিছিল। হজৰত ইব্ৰাহিম আৰু হজৰত ইছমাইলে মক্কা চহৰতে এটি আল্লাৰ উপাসনা মন্দিৰ তৈয়াৰ কৰিছিল, সেই মন্দিৰটোৱেই পবিত্ৰ কাবা।

এই কাবা বা মক্কা চহৰক কেন্দ্ৰ কৰি হজৰত ইছমাইলৰ বংশধৰ সকল বৰ প্ৰভাৱশালী হৈ পৰিছিল। এওঁলোক আৰবৰ পূৰ্বৰ অধিবাসী সকলতকৈ শিক্ষা-দীক্ষা, গুণ গৰিমা ঐশ্বৰ্য্য-বিভূতিয়ে মূৰে চৰা হৈ উঠিছিল।

আৰবৰ পূৰ্বৰ অধিবাসীসকল আছিল মৰুচৰ বেদুইন। তেওঁলোকৰ ভেঁৰা ছাগলী চৰোৱাটো আছিল জীৱিকাৰ প্ৰধান অৱলম্বন। ঘাঁহনিয়ে ঘাঁহনিয়ে তেওঁলোকে ভেঁৰা চৰাই ঘূৰি ফুৰিছিল। নগৰ সভ্যতাৰ আদৰ্শ তেওঁলোকৰ সমূলি নাছিল। এঠাইত থিতাপি লাগি বাস কৰাৰ স্বভাৱো তেওঁলোকৰ নাছিল।

হজৰত ইছমাইলৰ বংশধৰ সকলৰ আদৰ্শ আছিল তেওঁলোকৰ সম্পূৰ্ণ বিপৰীত; তেওঁলোকে মক্কা নগৰত স্থায়ী ভাৱে বাস কৰিছিল। তেওঁলোকৰ জীৱিকাৰ উপায় আছিল বাণিজ্য। সুদূৰ প্ৰাচ্য আৰু পাশ্চাত্যৰ বাণিজ্য কেন্দ্ৰবোৰত তেওঁলোকে নাও আৰু উটেৰে বাণিজ্য বিস্তাৰ কৰিছিল। ইছমাইলৰ বংশধৰ এই বণিক সকলক কোৰেইছ বুলি জনা যায়। বাইবেলত এইসকলক কেদাৰ বুলি উল্লেখ কৰা হৈছে।

হজৰত ইব্ৰাহিম বা ইছমাইলৰ বংশধৰ হলেও কালক্ৰমত কোৰেইছ সকলৰ মাজত বহুবাদিতা আৰু জড়োপাসনাই বিয়পি পৰিছিল। একেশ্বৰৰ পূজা-উপাসনাৰ কাৰণে স্থাপিত কাবা মন্দিৰত ৩৬০টা মূৰ্তিৰ প্ৰতিষ্ঠা কৰা হৈছিল। বছৰত এই তিনিশ ষাঠিটা দেৱতাক ভিন্ন ভিন্ন ধৰণে পূজা কৰা হৈছিল। যদিও কোৰেইছ সকলে এই দেৱতা সকলৰ পূজাৰী হৈ পৰিছিল তথাপি তেওঁলোকৰ মাজতো একেশ্বৰ বিশ্বাসী মানুহ এদল তেতিয়াও জীয়াই আছিল। তেওঁলোকে বাকী দেৱ-দেৱী সকলৰ পূজা-পাতল নকৰিছিল আৰু সেইবোৰৰ ওপৰত বিশ্বাস স্থাপনো নকৰিছিল।

গোটেই আৰব ৰাজ্যৰ মাজত এটা ৰাষ্ট্ৰীয় শাসন বা এটা

সমাজ-পদ্ধতি বুলি কোনো বৈজ্ঞানিক কথা নাছিল। একোটা ফৈদে নিজৰ নিজৰ দলপতিৰ বশ হৈ চলিছিল। একোটা সাধাৰণ কথাতে ফৈদে ফৈদে মৰামৰি কটাকটি হৈছিল। তলোৱাৰে তলোৱাৰেই তেওঁলোকৰ বিচাৰৰ শেষ নিস্পত্তি হৈছিল।

এইদৰে এটা মূল ধৰ্মৰ আদৰ্শ আৰু মূল সমাজ-জীৱনৰ আদৰ্শৰ পৰা চ্যুত হৈ যেতিয়া আৰবৰ জনসমাজ ব্যভিচাৰৰ শেষ গহ্বৰত পতিত হৈছিল তেতিয়াই আল্লাৰ শেষ বাৰ্তাবাহক হজৰত মোহাম্মদৰ (দঃ) এই কোৰেছ বংশত জন্ম হ'ল।

তেওঁৰ প্ৰচাৰিত এই ধৰ্ম পৰিপূৰ্ণ ইছলাম বা শান্তিবাদী ধৰ্ম। আধ্যাত্মিক ধ্যানধাৰণাৰ জৰীয়তে আল্লাৰ ওচৰ চপাটো এই ধৰ্মৰ যেনে এটা পৰম লক্ষ্য সেইদৰে পূৰ্ণ সামাজিক আৰু ৰাষ্ট্ৰীয় জীৱন যাপন কৰিবলৈ শিক্ষা দিয়াটোও অন্য এটা প্ৰধান লক্ষ্য। মানুহ যিমানেই ধাৰ্মিক নহওক যিমানেই আধ্যাত্মিক নহওক তথাপি তেওঁ সমাজ জীৱনৰ আৰু ৰাষ্ট্ৰীয় জীৱনৰ ভিতৰুৱা। বেমেজালি-পূৰ্ণ সমাজ-জীৱন বা ৰাষ্ট্ৰীয় জীৱনৰ মাজেদি মানুহৰ মূল অধ্যাত্ম-বাদৰ চূড়ান্ত বিকাশৰ আশা বৃথা। গতিকে বিশ্বনবী হজৰত মোহাম্মদে (দঃ) আধ্যাত্মিক জীৱনৰ লগত সমাজ-জীৱন আৰু ৰাষ্ট্ৰীয় জীৱনক ইছলামৰ সূতাডালেৰে ইটোৱে সিটোক এৰাব নোৱাৰাকৈ গাঁথি দিলে। পৃথিৱীৰ অন্যান্য ধৰ্মৰ লগত হজৰত মোহাম্মদৰ (দঃ) সংশোধিত ইছলাম ধৰ্মৰ লগত পাৰ্থক্য এই খিনিতে। এজন মানুহে ইছলাম গ্ৰহণ কৰিলেই তেওঁ বিশ্ব-মুছলিম সমাজৰ এক নিয়ম-তন্ত্ৰৰ ভিতৰুৱা হ'ল সেইদৰে এক ৰাষ্ট্ৰীয় জীৱনকো তেওঁ স্বীকাৰ কৰি লব লাগিব।

ধৰ্ম-সমাজ আৰু ৰাষ্ট্ৰ পৰিচালনাৰ বাবে যি কানুন বা আইন শেষ পয়গম্বৰে এৰি থৈ গ'ল সেইখন ছুৰিয়ৎ। ছুৰিয়তৰ মূল-সূত্ৰ পৰম পৱিত্ৰ কোৰান।

এইদৰে হজৰত মোহাম্মদৰপৰা আমি তিনিটা বস্তু পালোঁ। সেয়া ইছলাম ধৰ্ম, ইছলামী ৰাষ্ট্ৰ আৰু ইছলামী সংস্কৃতি (Culture)। তিনিওটাৰে প্ৰতিষ্ঠা হয় হজৰত মোহাম্মদৰ (দঃ) জীৱন কালতেই।

ইছলামী ৰাষ্ট্ৰৰ মূল নীতি ইছলামী গণতন্ত্ৰ। তেখেতে নিজৰ মৃত্যুৰ সময়ত তেওঁৰ শিষ্য সমূহৰপৰা উপযুক্ত লোকক নবীৰ প্ৰতিনিধি বা খলিফা নিৰ্বাচন কৰি লবলৈ উপদেশ দিছিল। এই পদ্ধতিমতে ক্ৰমান্বয়ে হজৰত আবুবকৰ ছিদ্দিক (ৰাঃ) প্ৰথম খলিফা নিৰ্বাচিত হৈছিল।

চেমনীয়াৰ কাৰণে আমাৰ সঙ্কলন কৰা চিৰিজটোৰ এইখন দ্বিতীয় পুথি। প্ৰথমখন 'হজৰত মোহাম্মদ (ছঃ)' ইতিপূৰ্বে দত্তবৰুৱা এণ্ড কোম্পানীৰ দ্বাৰা প্ৰকাশিত হৈছে। মহান খলিফা চাৰি গৰাকীৰ জীৱনী কেইখন প্ৰকাশ কৰিবলৈ মোৰ বন্ধু জনাব খোছনুৰ আলি চাহেব আগবাঢ়ি অহাৰ কাৰণে তেওঁলৈ আন্তৰিক কৃতজ্ঞতা থাকিল।

আমাৰ আশা অসমৰ চেমনীয়া সকলক সেই মহাপুৰুষ সকলৰ মহান আদৰ্শই অনুপ্ৰাণিত কৰিব। আল্লহ মঙ্গল কাৰক।

নূৰে ইছলাম কাৰ্য্যালয়
শান্তিপুৰ
গুৱাহাটী--৯

জমিৰুদ্দিন আহমদ
২২।৬।৬৮

# হজৰত আবুবকৰ ছিদ্দিক (ৰাঃ)

## (প্ৰথম খলিফা)

## ৬৩২—৬৩৫

পোন প্ৰথম মুছলিম সাম্ৰাজ্যৰ প্ৰতিষ্ঠা হয় বিশ্বনবী হজৰত মোহাম্মদ (ছাল্লেল্লাহু আলায়হেচ্ছালাম)ৰ দিনতেই।

হিজৰী একাদশ বছৰৰ (৬৩২খৃঃ) ১২ ৰবিওল আউৱল তাৰিখত হজৰত মোহাম্মদৰ (দঃ) ইহ জীৱনৰ পৰিসমাপ্তি ঘটে। মৃত্যুৰ পূৰ্বে শিষ্যসকলে তেখেতক তেখেতৰ খলিফা বা প্ৰতিনিধি সম্পৰ্কে প্ৰশ্ন কৰিছিল। তেখেতৰ শেষ ইচ্ছা আছিল মুছলমান সকলে তেওঁলোকৰ বাবে নিজে নিজে খলিফা নিৰ্বাচন কৰিব।

সেই মৰ্মে মুছলমান সকলে হজৰতৰ প্ৰিয়তম শিষ্য বয়োবৃদ্ধ মহান পুৰুষ হজৰত আবুবকৰ ছিদ্দিক (ৰাজিআল্লাক) খলিফা নিৰ্বাচিত কৰিলে।

হজৰত আবুবকৰৰ খিলাফত কাল ৬৩২ৰপৰা ৬৩৫ খৃঃ লৈ প্ৰায় আঢ়ৈ বছৰ কাল।

হজৰত আবুবকৰে কোৰেছ কৈদৰ এটা বিত্তশালী পৰিয়ালত জন্ম গ্ৰহণ কৰিছিল। বাপেক-মাকে তেওঁৰ প্ৰথম নাম ৰাখিছিল

আব্দুল কোবা। সুশিক্ষাদানৰ কাৰণে তেওঁৰ বাপেক-মাক ইচ্ছুক আছিল। গতিকে তেওঁ ভালদৰে লিখা পঢ়া শিকিছিল। কিতাপ পঢ়াটো তেওঁৰ এটা ডাঙৰ নিচা আছিল। নিজে কাব্য ৰচনা কৰিছিল আৰু ভাল বক্তা আছিল। অৱশ্যে ইছলাম গ্ৰহণ কৰাৰ পাচত কাব্য ৰচনা ত্যাগ কৰিছিল।

হজৰত আবুবকৰ ছিদ্দিক হজৰত মোহাম্মদ মোস্তফাতকৈ বয়সত আঢৈ বছৰে ডাঙৰ আছিল। সৰু কালৰপৰাই তেওঁ নবী চাহেবৰ প্ৰিয় সঙ্গী আছিল। ইছলাম ধৰ্মৰ প্ৰত্যাদেশ অৱতীৰ্ণ হোৱাত পুৰুষৰ ভিতৰত তেৱেঁই পোন প্ৰথমতে বিশ্বাস স্থাপন কৰিছিল। সেই কাৰণে হজৰত মোহাম্মদে (দঃ) তেওঁক 'ছিদ্দিক' উপাধিৰে বিভূষিত কৰিছিল।

হজৰত আবুবকৰ ছিদ্দিকে সৰুৰে পৰাই মদ নাখাইছিল, জুৱা নেখেলিছিল আৰু মূৰ্তি পূজা নকৰিছিল। সৰু কালৰেপৰাই তেওঁ মক্কাৰ কাফিলা সকলৰ লগত দূৰ দূৰান্তৰলৈ বণিজ কৰিবলৈ গৈছিল। তেওঁ এই বিষয়ত কৃতকাৰ্য্য হৈছিল আৰু বিত্তশালী হৈছিল। বেপাৰী হলেও তেওঁ নিজ্‌ৰ্ আৰু সৎ-স্বভাৱৰ আছিল। মিছা কথা কাহানিও নকৈছিল। সেইগতিকে আনেও তেওঁক সদায় বিশ্বাস কৰিছিল। সেয়েহে তেওঁৰ লগত বেহা-বেপাৰ কৰিবলৈ সকলোৱে ভাল পাইছিল। তেওঁ জ্ঞানী আৰু বুদ্ধিমান আছিল গতিকে যিকোনো লোকেই বিপদত পৰিলে পৰামৰ্শ লবলৈ তেওঁৰ ওচৰ চাপিছিল।

শেষ নবী হজৰত মোহাম্মদে (দঃ) যেতিয়াই আল্লাৰপৰা জিব্ৰাইলৰ জৰীয়তে কোৰাণৰ বাণী অৱতীৰ্ণ হোৱাৰ কথা উল্লেখ

কৰিছিল তেতিয়া তেতিয়াই হজৰত আবুবকৰ ছিদ্দিকে (ৰাঃ) মনত কোনো দ্বিধাবোধ নকৰাকৈ সেই পৱিত্ৰ বাণীৰ প্ৰতি বিশ্বাস আনিছিল। এক আল্লাৰ পৱিত্ৰ বাণী অৱতীৰ্ণ হোৱাৰ কাৰণে তেওঁ মনত বৰ আনন্দ লাভ কৰিছিল।

শ্ৰেয়তম নবীৰ আদেশ পালন কৰা আৰু ইছলাম প্ৰচাৰৰ কাৰণে কাম কৰাটো তেওঁ নিজৰ প্ৰধান কৰ্তব্য হিচাবে পালন কৰিছিল। ইছলামৰ কাৰণে তেওঁ বহুত দুঃখ-ক্লেশ বৰণ কৰিছিল। ইছলামৰ কাৰণে নিজৰ বিৰাট সম্পত্তি দান কৰিছিল আৰু নিজে দাৰিদ্ৰ্যকে বৰণ কৰিছিল। কিন্তু এনে দৰিদ্ৰ হৈ যোৱা বাবে তেওঁ নিজে কোনো দিনে দুখ কৰা নাছিল।

শেষ নবীৰ লগত তেওঁৰ সম্বন্ধ ঘনিষ্ঠ হৈ পৰিছিল। য'তেই হজৰত মোহাম্মদ (ছঃ) আছিল ততেই আছিল হজৰত আবুবকৰ ছিদ্দিক। কেৱল যুদ্ধ আৰু হজ যাত্ৰাৰ সময়ত মাথোন দুয়ো এৰা-এৰি হৈছিল। ইছলামৰ ওপৰত তেওঁৰ আস্থা আছিল অপৰিসীম। নিজৰ জীৱনক ইছলামৰ লগত সানমিহলি কৰি লৈছিল। মুঠতে ইছলাম গ্ৰহণ কৰাৰ পাচত তেওঁৰ জীৱনটো ইছলামৰ ভিতৰত বিলীন হৈ গৈছিল!

বহু সময়ত এই নতুন ধৰ্মটোৰ কাৰণে তেওঁ লঘুলাঞ্ছনা ভোগ কৰিব লগাত পৰিছিল। প্ৰথম অৱস্থাত মুছলমান সকলে ৰাজহুৱা ভাৱে উপাসনা কৰিব নোৱাৰিছিল। কোৰেছ সকলে নানান ধৰণে অত্যাচাৰ উৎপীড়ন কৰিছিল। এদিন হজৰত মোহাম্মদ (দঃ) আৰু আবুবকৰ ছিদ্দিকে ৰাজহুৱাভাৱে নামাজ পঢ়িবলৈ থিৰাং কৰি তাৰ আয়োজন কৰিলে। কিন্তু কোৰেইছসকলে জানিব পাৰি হজৰত

আবুবকৰ ছিদ্দিকক খুবকৈ মৰিয়ালে।

এদিন হজৰত মোহাম্মদে (দঃ) কাবাৰ ভিতৰত অকলে অকলে নামাজ পঢ়ি আছিল। এনে সময়তে এজন কোৰেছ ডেকাই তেওঁৰ ডিঙিত কাপোৰৰ ফাঁচ লগাই টানিব ধৰিলে। হজৰত আবুবকৰে খবৰটো পাই লৰালৰিকৈ আহি তেখেতক ৰক্ষা কৰিলে।

অন্য এদিনাখন কাবাত কেইজনমান কোৰেছৰ গুণ্ডা ডেকাই এই নতুন ধৰ্মটো আৰু হজৰত মোহাম্মদৰ সম্পৰ্কে বিৰূপ সমালোচনা কৰি আছিল। ঠিক সেই সময়তে হজৰত মোহাম্মদ নিজে তাতে উপস্থিত হ'লত সেই অঘাইত কেইজনে তেওঁৰ ওপৰতে পৰি মৰিয়াবলৈ আৰম্ভ কৰিলে। সেই মাৰত হজৰত মোহাম্মদ (ছঃ) জ্ঞান শূন্য হৈ পৰি গ'ল। হজৰত আবুবকৰে খবৰটো পাই তেওঁক উদ্ধাৰ কৰিবলৈ কাবাত উপস্থিত হ'ল। কিন্তু নিজেও ভালকৈ এজাউৰি মাৰ খাইহে পয়গাম্বৰক উদ্ধাৰ কৰিবলৈ সমৰ্থ হ'ল।

এসময়ত কোৰেছ সকলৰ অত্যাচাৰত অতিষ্ঠ হৈ যেতিয়া মুছলমান সকলৰ এটা দলে আবিচিনিয়ালৈ গুচি গ'ল তেতিয়া হজৰত আবুবকৰ ছিদ্দিকৰো যাবলৈ ইচ্ছা জন্মিছিল। কিন্তু তেওঁ হজৰত ৰছুলুল্লাক এৰি যোৱাটো বৰ কঠিন বোধ কৰিলে। অৱশেষত হজৰত মোহাম্মদক বিপদৰ মাজত এৰি থৈ নিজে নিৰাপদ হোৱাৰ আশাটোকে পৰিত্যাগ কৰিলে।

যিদিনা হজৰত মোহাম্মদে মক্কা এৰি মদিনালৈ হিজৰত কৰিলে তেতিয়া তেখেতৰ গাৰ ছাঁটোৰ দৰে হজৰত আবুবকৰেও পিচে পিচে খোজ ললে। কোৰেছ সকলে তেওঁলোকৰ প্ৰাণ বিনাশ কৰিবলৈ পিচে পিচে খেদা দিও ধ্বংস সাধন কৰিব নোৱাৰিলে।

দুয়োজনে গৈ নিৰাপদে মদিনা পাইছিল।

মক্কাত যিসকল দাসে ইছলাম গ্ৰহণ কৰিছিল তেওঁলোকক মালিকসকলে অত্যাচাৰৰ সীমা নোহোৱা কৰিছিল। তেওঁলোকক নিষ্ঠুৰ ভাৱে প্ৰহাৰ কৰিছিল; দিনৰ পিচত দিন ধৰি একে লানিয়ে খাব পিবলৈ নিদিয়াকৈ বান্ধি কষ্ট দিয়া হৈছিল; মৰুভূমিৰ তপত বালিৰ ওপৰত হাতে ভৰিয়ে বান্ধি চিৎকৈ পেলাই বুকত শিল তুলি দিয়া হৈছিল। এইদৰে ইছলামৰ-পৰা আঁতৰাবলৈ যত্নেৰে অত্যাচাৰ কৰা হৈছিল। হজৰত আবুবকৰে এনে দুৰ্ভগা অত্যাচাৰিত দাসবোৰক মুক্তিমূল্য দি কিনিলৈ মুক্ত কৰিছিল। এই দাসবোৰৰ বহুতো বুঢ়া মুনিহ আৰু তিৰোতা আছিল। এদিন হজৰত আবুবকৰক বাপেকে সুধিছিল— "তুমিনো এইদৰে টকাবোৰ নষ্ট কৰিছা কিয়? এই গোলামবোৰ বুঢ়া। সিহঁত একো কামৰে নহয়। তাতকৈ ডেকা গোলাম কিনি নোলোৱা কিয়? সিহঁত তোমাৰ কামত আহিব।" কিন্তু হজৰত আবুবকৰ ছিদ্দিকে বাপেকক উত্তৰ দিছিল— "আব্বাজান, মই এই বুঢ়া দাসবোৰক মোৰ স্বাৰ্থৰ কাৰণে কিনা নাই। মই কেৱল তেওঁলোকক আল্লা আৰু ইছলামৰ কাৰণে কিনি লৈ মুক্ত কৰি দিছোঁ।"

এই গোলাম সকলৰ এজন আছিল বেলাল। এই বেলাল এজন আবিচিনীয় নিগ্ৰো গোলাম। তেওঁ ইছলাম গ্ৰহণ কৰিলত মালিকে তেওঁক অসম্ভৱ ৰকমে শাস্তি দিবলৈ আৰম্ভ কৰিলে। হাতে ভৰিয়ে বান্ধি দুপৰৰ চোকা ৰদত মৰু প্ৰান্তৰত পেলাই থয়। শৰীৰৰপৰা দৰ্‌দৰ্‌কৈ তেজ বোৱাকৈ সোঁক্লাৰে কোবায়। লগে

লগে নতুন ধৰ্ম-বিশ্বাস পৰিত্যাগ কৰিবলৈ হুকুম কৰে। কিন্তু হজৰত বেলালে 'আহাদুন্' 'আহাদুন্' ( একম্ একম্ ) শব্দহে উচ্চাৰণ কৰে। হজৰত আবুবকৰ ছিদ্দিকে খবৰটো পাই হজৰত বেলালৰ মালিকৰ ওচৰলৈ গৈ বাৰ শ টকাৰে বেলাকক কিনি লৈ মুক্ত কৰি দিয়ে। এনে ঘটনা হজৰত আবুবকৰৰ জীৱনত বহুত আছে।

এসময়ত হজৰত মোহাম্মদে (ছঃ) চিৰিয়ালৈ এটা সৈন্য বাহিনী পঠাব লগাত পৰিছিল। কিন্তু সৈন্য বাহিনীটো পৰি-চালনা কৰিবৰ জোখাৰে তেতিয়া তেখেতৰ হাতত ধন নাই।

গতিকে হজৰতে মদিনাৰ সকলো মুছলমানকে আহ্বান কৰি যাৰ হাতত যি ধন-সম্পত্তি আছে তাকে এই যুদ্ধৰ বাবে দান কৰিবলৈ নিৰ্দেশ দিলে। মদিনাৰ আটাইবোৰ মুছলমানে নিজৰ নিজৰ দিব পৰা ধন সম্পত্তি হজৰত মোহামদৰ (ছঃ) আগত দিলেহি। হজৰত ওমৰ ফাৰুকে নিজ সম্পত্তিৰ সমানে আধা অংশ আনি হাজিৰ কৰিলে। তেওঁ ভাবিছিল যে হজৰত আবুবকৰে তেওঁৰ সমানে দিব নোৱাৰিব। হজৰত মোহাম্মদে (ছঃ) হজৰত ওমৰ ৰাজি-আল্লাক সুধিলে—"তোমাৰ পৰিয়ালৰ কাৰণে কি ৰাখিলা?" হজৰত ওমৰে কলে— "মোৰ পৰিয়ালৰ কাৰণে মোৰ সম্পত্তিৰ আধাভাগ ৰাখি বাকী আধাভাগ আল্লাৰ ৰাস্তালৈ লৈ আহিছোঁ।"

হজৰত আবুবকৰ ছিদ্দিকে যেতিয়া তেখেতৰ দানবোৰ আনি হজৰতৰ আগত হাজিৰ কৰিলে, তেতিয়া নবীয়ে কবিমে সুধিলে— "হে ছিদ্দিক, তুমিনো বাক কি আনিলা?" হজৰত আবুবকৰ ছিদ্দিকে উত্তৰ দিলে— "ইয়া ৰছুলুল্লা, মোৰ সম্পত্তি যিমান

আছিল আটাইখিনিকে আল্লাৰ ৰাস্তালৈ লৈ আহিছোঁ। মোৰ পৰিয়ালৰ কাৰণে একোকেই মই এৰি অহা নাই। আল্লাই মোৰ পৰিয়ালক লালন-পালন কৰিব।"

তেতিয়া হজৰত ওমৰ ফাৰুকে কলে— "হজৰত আবুবকৰে মোক সদায়ে লাজত পেলায়। মই কোনোটোতে তেওঁৰ সমান হব নোৱাৰোঁ।"

কোৰেছ সকলে অত্যাচাৰ কৰাৰ সময়ত মুছলমান সকলৰ দুটা দলে দুটা সময়ত আবিচিনিয়ালৈ গৈছিল। প্ৰথম দলত আছিল ১১ জন পুৰুষ আৰু ৪ গৰাকী তিৰোতা। দ্বিতীয় দলত আছিল ৮০ জন পুৰুষ আৰু ১১ গৰাকী তিৰোতা।

হজৰত আবুবকৰ দ্বিতীয় দলটোৰ লগত আবিচিনিয়ালৈ যাবলৈ ওলাই গৈছিল। কিন্তু হজৰত মোহাম্মদক ( ছাঃ ) এৰি যাবলৈ মনত বৰ কষ্ট পাইছিল। এনেতে বাটত ইব্নে দগলা নামৰ কোৰেছ এজনৰ লগত তেওঁৰ সাক্ষাৎ হ'ল। ইব্নে দগলাই জানিব পাৰিলে যে কোৰেছৰ অত্যাচাৰতে ভাল ভাল মানুহখিনি মক্কাৰপৰা আঁতৰিব ধৰিছে। হজৰত আবুবকৰ মক্কাৰ ভিতৰত এজন উৎকৃষ্ট লোক। গতিকে হজৰত আবুবকৰক তেওঁ উভতি আহিবলৈ অনুৰোধ কৰিলে। হজৰত আবুবকৰেও অনুৰোধ পেলাব নোৱাৰি উভতি আহিল।

মক্কালৈ আহি ইব্নে দগলাই এডোখৰ মুকলি বাজহুৱা ঠাইত প্ৰচাৰ কৰি দিলে যে হজৰত আবুবকৰৰ দায়িত্ব তেওঁ বহন কৰিছে। কোনো লোকে যেন তেওঁৰ ওপৰত অত্যাচাৰ নকৰে। হজৰত আবুবকৰ এজন ভাল মানুহ। তেওঁৰপৰা

বহুতো লোকে উপকাৰ পাইছে।··· গতিকে মক্কাৰপৰা তেওঁক খেদি দিব নালাগে।' ইবনে দগলাৰ কথা শুনি কোৰেছৰ নেতৃবৃন্দই আবুবকৰক মক্কাত থাকিবলৈ দিলে; লগতে কলে— "তোমাক মক্কাত থাকিবলৈ দিয়া হৈছে, কিন্তু নামাজ পঢ়িব বা কোৰান পাঠ কৰিব নোৱাৰিবা। তুমি তোমাৰ ঘৰলৈ গৈ কোৰান পঢ়া, নামাজ পঢ়া, যি কৰা তাকে কৰাগৈ। আমাৰ তাত একো আপত্তি নাই।"

ইবনে দগলাই কোৰেছৰ নেতা সকলৰ কথাতে হয়ভৰ দিলে। তেওঁ কলে— "শুনা আবুবকৰ, আমি কি কৈছোঁ। তুমিতো বুজিলা। এই নিৰ্দেশ পালন কৰি তুমি থাকা, তোমাৰ একো অন্যায় নহব। মই তোমাক তোমাৰ শত্ৰুসকলৰপৰা ৰক্ষা কৰি থাকিম।"

কিন্তু হজৰত আবুবকৰে কোৰেছ নেতা সকলকৰ এই নিৰ্দেশ পালন কৰিব নোৱাৰিলে। তেওঁ মানুহে দেখাকৈ নামাজ পঢ়িবলৈ ধৰিলে। মানুহে শুনাকৈ ডাঙৰ ডাঙৰকৈ কোৰান পাঠ কৰিবলৈ ধৰিলে। তেওঁ জানিছিল একজন মুছলিমৰ কাৰণে আল্লাৰ নিৰ্দেশতকৈ আন কাৰো নিৰ্দেশ ডাঙৰ নহয়। তেওঁৰ কাৰণে আল্লাৰ বাহিৰে আন কোনো আশ্ৰয় হব নোৱাৰে।

তেওঁৰ আচৰণ দেখি কোৰেছসকলে পুনৰ উগ্ৰমূৰ্তি ধাৰণ কৰিলে। তেওঁৰ প্ৰতিজ্ঞা ভঙ্গৰ কথা ইবনে দগলাক সকীয়ালে। ইবনে দগলাৰো তেওঁৰ ওপৰত খং উঠিল। তেওঁ হজৰত আবুবকৰৰ ওচৰ চাপি কলেগৈ— "তুমি এইবোৰ কি কৰিছা? যদি কোৰেছ

নেতাসকলৰ নিৰ্দেশ তুমি পালন নকৰা, মই তোমাৰ কাৰণে একোকে কৰিব নোৱাৰোঁ।"

হজৰত আবুবকৰে উত্তৰত কলে— "সেইটো তোমাৰ ইচ্ছা। আল্লাৰ নিৰ্দিষ্ট যি কৰ্তব্য তাক মই পালন কৰিমেই। তুমি মোক ৰক্ষা কৰা নকৰাত কোনো কথা নাই। আল্লাই মোক ৰক্ষা কৰিব।"

মুছলমান সকলক মদিনাতো সুখ-শান্তিৰে থাকিব দিয়াটো কোৰেছসকলৰ ইচ্ছা নাছিল। গতিকে তেওঁলোকে এটা সৈন্য বাহিনী গঠন কৰি মদিনা আক্ৰমণৰ বাবে অভিযান চলায়। বদৰত দুয়ো পক্ষৰে ভেটাভেটি হয়। এই যুদ্ধত হজৰত আবুবকৰে হজৰত মোহাম্মদৰ (ছঃ) শৰীৰ ৰক্ষকৰ কাম কৰিছিল।

এই যুদ্ধত জয় লাভ কৰি মুছলমান সকলে বহুতো কোৰেছ সৈন্য বন্দী কৰিলে। এই বন্দী সকলৰ ব্যৱস্থা কি কৰা হয় এইটো এটা সমস্যা হ'ল। হজৰত ওমৰে আটাইবোৰকে মাৰি পেলাবলৈ মত প্ৰকাশ কৰিলে। "সিহঁত ইছলামৰ শত্ৰু, গতিকে সিহঁতক জীয়াই ৰখাৰ কোনো আৱশ্যক নাই" —হজৰত ওমৰে কলে। কিন্তু দয়ালু আবুবকৰ তেওঁৰ প্ৰস্তাৱত সন্মত নহ'ল। তেওঁ আটাইবোৰকে মুক্তি-মূল্য লৈ এৰি দিবলৈ প্ৰস্তাৱ কৰিলে। হজৰত ৰছুল কৰিমে হজৰত আবুবকৰৰ প্ৰস্তাৱকে গ্ৰাহ্য কৰি বন্দীসকলক মুকলি কৰি দিলে। হজৰতৰ এই ব্যৱহাৰে কোৰেছ বন্দী সকলৰ বেচি ভাগকে আকৃষ্ট কৰিলে আৰু শেষত তেওঁলোকৰ বহুতেই ইছলাম গ্ৰহণ কৰিলে। পিচৰ কালছোৱাত তেওঁলোকেই আকৌ ইছলামৰ কাৰণে যুদ্ধ কৰিছিল।

ইয়াৰ পিচৰ বছৰত ওহুদ পাহাৰৰ ওচৰত কোৰেছসকলৰ লগত মুছলমানৰ এখন যুদ্ধ হৈছিল। সেই যুদ্ধত মুছলমান আছিল মাত্র সাত শ আৰু কোৰেছ সৈন্য আছিল তিনি হাজাৰ। প্ৰথম অৱস্থাত মুছলমান সকলে কোৰেছৰ আক্ৰমণ ৰোধ কৰিছিল যদিও পিছলৈ তিষ্ঠিব নোৱাৰিলে। কোৰেছে নিক্ষেপ কৰা এটা পাথৰ হজৰত ৰছুল কৰিমৰ মুখত পৰি পৱিত্ৰ দাঁত এটা ভাগি গৈছিল। তাৰ পিচত এটা কাঁড় আহি তেওঁৰ মুখ মণ্ডলত পৰিছিল আৰু তেওঁ খাল এটাত বাগৰি পৰি গৈছিল। তাকে দেখি কোৰেছসকলে হজৰত ৰছুল মৃত্যু মুখত পৰা বুলি প্ৰচাৰ কৰিলে আৰু বিজয়োল্লাসত নাচি উঠিল।

হজৰত মোহাম্মদৰ (ছঃ) মৃত্যুৰ বাতৰি শুনি মুছলমানসকল ম্ৰিয়মান হৈ পৰিল আৰু তেখেতৰ লাছটো বিচাৰিব ধৰিলে। অৱশেষত হজৰত আবুবকৰে পাহাৰৰ নামনি এডোখৰৰপৰা তেওঁক আবিষ্কাৰ কৰি মুছলমান সকলৰ মাজলৈ দাঙি লৈ আহিল।

যেতিয়া মুছলমান সকলে হজৰত জীয়াই থকা বুলি জানিব পাৰিলে তেওঁলোকৰ শৰীৰ আৰু মনলৈ পুনৰ নতুন বল আহিল। তেওঁলোকে ফেৰপাতি পুনৰ যুদ্ধ আৰম্ভ কৰিলে। এইবাৰ কোৰেছসকলে ছত্ৰভঙ্গ দিলে।

ইয়াৰ কেইবছৰমান পাচত হজৰত মোহাম্মদে হজ কৰিবলৈ সিদ্ধান্ত কৰিলে। লগত পোন্ধৰ শ লোকক লগত লৈ যাত্ৰা কৰিলে। কোৰেছ সকলে সহজে তেওঁলোকক মক্কাত প্ৰৱেশ কৰিব নিদি যুদ্ধ কৰিবলৈ স্থিৰ কৰিলে। হজৰতে কিন্তু যুদ্ধ কৰিবলৈ ইচ্ছা নকৰি অন্য এটা পথেৰে মক্কাত প্ৰৱেশ কৰিবলৈ

সিদ্ধান্ত কৰিলে। মদিনাৰপৰা তেওঁ বেচি দূৰ যোৱা নাছিল। এনে সময়তে তেওঁৰ উটটো আগ নবঢ়া হ'ল। এই উটটো হজৰতৰ অতি মৰমৰ আৰু বহুদিনীয়া সম্পত্তি। কোনো কোনোৱে কলে যে বুঢ়া উটটোৰ ভাগৰ লাগিছে গতিকে আন ডেকা উট এটা বদলাই লব লাগে। হজৰতে ভাবিলে যে উটৰ ভাগৰ লগা নহয়। এইটো আল্লাৰ ইচ্ছা। এইপাৰ মক্কালৈ যোৱাটো মঙ্গলজনক নহব। গতিকে সেই ঠাইতে তেওঁ তম্বু তৰিলে। আন সকলোৱে সেই ঠাইডোখৰত পানী নাই বুলি আপত্তি কৰিলে। হজৰত নবীয়ে কৰিমে এটা পুৰণা কুঁৱা দেখুৱাই সেইটো খান্দিবলৈ নিৰ্দেশ কৰিলে। সেইটো বালিৰে ভৰি আছিল। বালিবোৰ গুচাই পেলোৱা হ'লত সুন্দৰ পানী ওলাল।

কোৰেছসকলে মুছলমান অভিযাত্ৰী দলৰ অৱস্থান সম্পৰ্কে জানিব পাৰি তালৈ কটকী পঠালে। কটকীজনে মুছলমানসকলৰ খং উঠাকৈ কোৰেছৰ শক্তিৰ বৰাই কৰি মুছলমানসকলক আগ নাবাঢ়িবলৈ কবলৈ ধৰিলে। তাৰ এনে বঢ়া কথা শুনি হজৰত অবুবকৰ ছিদ্দিকৰ বৰ খং উঠিল। তেওঁ কটকীজনক ধমক দি কলে— "আমি কোৰেছসকলক ভয় নকৰোঁ। আমি যদি ফিৰি যাব লগা হয় ৰছুলুল্লাৰ ইচ্ছামতেহে যাম। আমি তেওঁৰ কথাহে গ্ৰাহ্য কৰোঁ। তেওঁৰ ইচ্ছামতে আমি মৰিবলৈও সাজু আছোঁ।"

হজৰত আবুবকৰ ছিদ্দিকৰ কথাবোৰ শুনি কটকীজন উভতি মক্কালৈ গৈ কোৰেছ নেতাসকলৰ আগত জনালেগৈ। লগতে মুছলমানৰ অদমনীয় শক্তিৰ কথা কৈ সন্ধিৰ প্ৰস্তাৱ কৰিলে।

আবুচুফিয়ান, আবু জেহেল আদি নেতাসকলে এই প্ৰস্তাৱত মান্তি হ'ল। ফলত হুদাইবিয়া নামৰ ঠাইডোখৰত দুয়ো পক্ষৰে সন্ধি হ'ল। ই হুদাইবিয়া সন্ধি নামে জনাজাত। এই সন্ধিত বেছি ভাগ মুছলমানৰে মনত অসন্তোষে দেখা দিছিল। কাৰণ উল্লিখিত সূত্ৰবোৰ মুছলমানৰ বিৰুদ্ধে ৰচিত হৈছিল। লগতে ই মুছলমানৰ দুৰ্বলতাৰ পৰিচায়ক হৈছিল। গতিকে মুছলমানসকলে সন্ধিটোক কোৰেছৰ হাতত পৰাজয়ৰ দৰে বোধ কৰিলে। হজৰত ওমৰ ফাৰুকে এইটোত আটাইতকৈ বেছি মৰ্মাহত হ'ল। তেওঁ হজৰত আবুবকৰ ছিদ্দিকক কলে— "এই সন্ধিটো আমাৰ কাৰণে এটা বিৰাট ধাক্কা। ইয়াৰ অৰ্থতো পৰাজয়েই। হজৰত ৰছুল কৰিমে এই সন্ধিপত্ৰত কিয় স্বাক্ষৰ কৰিলে?" তেতিয়া হজৰত আবুবকৰে হজৰত ওমৰক শান্ত হবলৈ উপদেশ দি কৈছিল— "আমাৰ কাৰণে কি কৰাটো ভাল তাক আল্লাৰ ৰছুলে আটাইতকৈ ভালকৈ জানে। এই সন্ধিক আমাৰ পৰাজয় হিচাবে নধৰিবা। ৰছুল কৰিমে যি কৰিছে, সেইটোৱেই বিজ্ঞতম ব্যক্তিৰ কাম।"

হজৰত আবুবকৰৰ এই ধাৰণা ঠিক আছিল। এই সন্ধিৰ ফলত ইছলাম প্ৰচাৰত কিছু সুবিধা ঘটিছিল। ক্ৰমাৎ মুছলমানৰ সংখ্যা বৃদ্ধি হবলৈ ধৰিলে আৰু অধিকতৰ শক্তিশালী হবলৈ ধৰিলে। এসময়ত কোৰেছসকলে নিজেই এই চুক্তিৰ চৰ্ত ভঙ্গ কৰিবলৈ বাধ্য হ'ল। যেতিয়া কোৰেছসকলে এই চুক্তি ভঙ্গ কৰিলে তেতিয়া হজৰত মোহাম্মদে ১০ হাজাৰ মুছলমান লগত লৈ মক্কাত প্ৰবেশ কৰিলে। কিন্তু হজৰত মোহাম্মদে এই বিজয়ৰ সময়ত পূৰ্বৰ শত্ৰুবোৰৰ ওপৰত অত্যাচাৰ নকৰি সকলোকে ক্ষমা কৰিছিল।

ইয়াৰ পাচত আটাইবোৰ কোৰেছেই ইছলাম গ্ৰহণ কৰিছিল। এই সকলৰ ভিতৰত আবুবকৰ ছিদ্দিকৰ বুঢ়া বাপেকো আছিল। যদিও বাপেক তথৰ বুঢ়া হৈছিল তথাপি ছিদ্দিকে তেওঁক হজৰত ৰছুলৰ ওচৰলৈ লৈ আহিছিল। হজৰতে দুখ কৰি হজৰত আবু-বকৰক কৈছিল— "মোৰ ওচৰলৈ তেখেতক লৈ আহিলা কিয়? ময়েই তেখেতৰ ওচৰলৈ গলে'টেন নহয়!" ছিদ্দিকে কৈছিল— "সেইটো নহয়। মোৰ বাবাইহে আল্লাৰ ৰছুলৰ ওচৰলৈ আহিব লাগে।"

৬৩ বছৰ বয়সত শেষ নবী হজৰত মোহাম্মদ মোস্তাফাৰ মদিনাত ওফাত হ'ল। শেষৰ সময়ছোৱাত নবীয়ে কৰিমে আল্লাৰ বাহিৰে একোৱে চিন্তা নকৰিছিল। তেওঁ আল্লাৰ ওচৰত মাত্ৰ ইছলাম আৰু তেওঁৰ শিষ্যসকলৰ সাহায্যৰ কাৰণে মোনাজাত কৰিছিল।

তেখেতৰ মৃত্যুৰ বাতৰিত মুছলমানসকল শোক সাগৰত ডুবি গ'ল। বহু লোকে বিশ্বাস নকৰিছিল যে আল্লাৰ প্ৰিয় ৰছুলজনৰ মৃত্যু হব পাৰে। তেওঁলোকৰ ভিতৰত হজৰত ওমৰো এজন। তেওঁ খাপৰপৰা তলোৱাৰ খুলি লৈ কৈছিল— "কোনে কব পাৰে ৰছুলৰ মৃত্যু হব পাৰে। যি জনে তেনে শব্দ উচ্চাৰণ কৰিব পাৰে তাৰ ভাগ্য এই অস্ত্ৰই নিৰ্ণয় কৰিব।"

ধীৰ স্থিৰ হজৰত আবুবকৰ ছিদ্দিকে গম্ভীৰ ভাবেৰে হজৰত আয়েছাৰ ঘৰত থকা নবী কৰিমৰ শটোৰ ওচৰলৈ গৈ তেওঁৰ কপালতে চুমা খালে। দুয়ো চকুৰে দুধাৰ পানী বৈ আছিল। কলে— "হে মহান আল্লাৰ পবিত্ৰ ৰছুল, তুমি ওৰে জীৱনতে পবিত্ৰ

আছিলা। যাবৰ সময়তো পবিত্ৰ হৈ গৈছা। আল্লাই তোমাৰ বাবে দুবাৰ মৃত্যু নঘটাব। মৃত্যু আহিবৰ আছিল আহি গৈছে।"

তাৰ পাচত তেওঁ মছজিদলৈ গ'ল আৰু শোক-বিহ্বল জনতাক সম্বোধন কৰি কবলৈ ধৰিলে— "হে আল্লাৰ বান্দাসকল, চোৱা— যি সকল হজৰত ৰছুলৰ উপাসক আছিল তেওঁলোকৰ কাৰণে হজৰতৰ মৃত্যু হৈছে। কিন্তু যিসকল পৱিত্ৰ আল্লাৰ উপাসক আছিল তেওঁলোকৰ কাৰণে আল্লা জীয়াই আছে আৰু চিৰকালেই জীয়াই থাকিব। তেওঁ মৃত্যুহীন। আমাৰ পবিত্ৰতম নবী, এজন নবীতকৈ বেচি নহয়। তেওঁৰ পূৰ্বে অহা নবী বা পয়গাম্বৰ সকলো গুজৰি গৈছে। তেখেতৰ মৃত্যুৰ পিচত তেখেতৰ আদৰ্শবোৰলৈ পিঠি দিবা জানো?" হজৰত আবুবকৰৰ বক্তৃতাটো শুনি শোক-বিহ্বল মুছলমানসকল শান্ত হ'ল। হজৰত ওমৰেও খাপত তলোৱাৰ সুমালে আৰু চকুত অশ্ৰুধাৰ বৈ আহিল।

ইয়াৰ পাচৰ সময় ছোৱাত হজৰত মোহাম্মদৰ খলিফা বা প্ৰতিনিধি বা উত্তৰাধিকাৰী নিৰ্বাচনলৈ মক্কা আৰু মদিনাৰ মানুহবোৰৰ মাজত মতভেদ দেখা দিলে। আনচাৰ বা আশ্ৰয়দাতা মদিনাবাসীয়ে কলে যে তেওঁলোকেহে খলিফা হোৱাৰ আচল যোগ্য কাৰণ হজৰতৰ অতিশয় বিপদ কালত তেওঁলোকে আশ্ৰয় দিছিল আৰু ইছলামৰ কাৰণে যুদ্ধ কৰিছিল। কোৰেছসকলেতো হজৰতক মক্কাৰপৰা বাহিৰ কৰি খেদি দিছিল, মুছলমানসকলৰ ওপৰত অত্যাচাৰ কৰিছিল ইত্যাদি।

এদিন মোহাজ্জেৰিন * সকলক নজনোৱাকৈয়ে আনচাৰসকলে † খলিফা নিৰ্বাচনৰ বাবে এখন সভা পাতিলে। এই খবৰ পাই হজৰত আবুবকৰে হজৰত ওমৰক লগত লৈ তাত উপস্থিত হ'ল। তেখেতসকলে আনচাৰসকলৰ সকলোবোৰ কথা মনোযোগেৰে শুনি শেষত কলে— "ভাইসকল, চোৱা— আমি সকলোৱেই ধৰ্মতঃ ভাই ভাই। আনচাৰসকলে আমাৰ কাৰণে যথেষ্ট ত্যাগ স্বীকাৰ কৰিছে, তাত অকণো ভুল নাই। কিন্তু মোহাজ্জিৰ সকলোবো পোন প্ৰথমতে ইছলাম গ্ৰহণ কৰাৰ গৌৰৱ আছে। তেওঁলোকে ইছলামৰ শত্ৰুৰ হাতত অশেষ লাঞ্ছনা ভোগ কৰিছে। ইছলামৰ কাৰণে তেওঁলোকে অতি মৰমৰ মাতৃভূমি আৰু স্বজন পৰিয়াল ত্যাগ কৰিব লগীয়া হৈছিল। ইছলামৰ আচল বাহক তেওঁ-লোকেইহে। গতিকে পৱিত্ৰ ৰছুলৰ প্ৰতিনিধিত্ব তেওঁলোকৰহে প্ৰাপ্য। অৱশ্যে সেই প্ৰতিনিধি যদি বজা হয় আনচাৰসকল মন্ত্ৰী হব। এনেকৈহে ইছলামৰ একত্ব ৰক্ষিত হব। এই একত্ব নাথাকিলে ইছলামৰ বুনিয়াদ ধ্বংস হৈ যাব।"

আনচাৰসকলেও বুজিছিল যে হজৰত আবুবকৰ, হজৰত ওমৰ, হজৰত আলি আদিৰ দৰে বিৰাট ব্যক্তিত্ব সম্পন্ন লোক আনচাৰ সকলৰ মাজত নাই। গতিকে হজৰত আবুবকৰৰ শান্ত ধীৰ কথাবোৰত মোহিত হৈ আনচাৰসকলে তেওঁকেই বছুল কৰিমৰ

---

* মোহাজ্জেৰিন— হিজৰত কৰোঁতা মক্কাবাসী।
† আনচাৰ— আশ্ৰয়দাতা মদিনাবাসী।

প্ৰতিনিধি হবলৈ প্ৰস্তাৱ কৰিলে আৰু তেখেতৰ সকলো হুকুম মানিব বুলি প্ৰতিজ্ঞা ( বয়েত) কৰিলে।

তেতিয়া হজৰত আবুবকৰ ছিদ্দিক মছজিদলৈ গ'ল আৰু অন্য এটা বক্তৃতা দিলে— "ভাইসকল, তোমালোকে নাভাবিবা যে মই খলিফা পদৰ বাবে লালায়িত আছিলোঁ। মই জানো— মই এই দায়িত্ব পালনৰ বাবে একেবাৰে অনুপযুক্ত। কিন্তু তোমালোকে মোক নিৰ্বাচন কৰিছা যেতিয়া সেই দায়িত্ব মই গ্ৰহণ কৰিবই লাগিব। মই তোমালোকৰ ভিতৰত বিভাগ হোৱাটোও বাঞ্ছা নকৰোঁ। মই সদায় সত্যক পালন কৰিবলৈ যত্ন কৰিম। অৱশ্যে মই সঠিক জানো যে তোমালোকে মোক এই সত্য পালনত সহায় কৰিবা। যদি মই কোনো ভুল কৰোঁ তোমালোকে মোক তৎক্ষণাৎ দেখুৱাই দিবা। মই দৰিদ্ৰ সকলৰ প্ৰতি বন্ধু হম আৰু দুৰ্বল সকলক ৰক্ষা কৰিম। মই আল্লাৰ বাহিৰে কালৈকো ভয় নাৰাখোঁ। যদি কোনোৱে অন্যায় কৰে মই তেওঁক ক্ষমা নকৰিম। মই যেতিয়ালৈকে আল্লাৰ প্ৰতি ভয় ৰাখোঁ আৰু ৰছুলৰ পদানুসৰণ কৰোঁ তেতিয়ালৈকে মোক মান্য কৰিবা, যদি কেতিয়াবা তাৰ বিপৰীত কৰোঁ তেতিয়াৰ পৰাই মোৰ পৰা সকলো সন্মান উঠাই লবা।"

এই বক্তৃতাটিৰ পৰাই হজৰত আবুবকৰ ছিদ্দিক কিমান আল্লাভীৰু, ৰছুলৰ প্ৰতি আসক্ত, নিৰ্ভীক, গণতান্ত্ৰিক আৰু নিজৰ প্ৰতি কঠোৰ মনোবৃত্তিৰ আছিল সেই বিষয়ে ভালদৰে বুজা যায়।

হজৰত মোহাম্মদে মৃত্যুৰ পূৰ্বে চিৰিয়া অভিযানৰ বাবে এটা সৈন্য বাহিনী গঠন কৰিছিল। কিন্তু এই অভিযান চুকু নকৰোঁতেই

তেখেতৰ মৃত্যু হ'ল। সেই সৈন্য বাহিনীৰ অধ্যক্ষ আছিল ওছামা। এতিয়া প্ৰশ্ন হ'ল তেওঁলোকে এই বিষয়ে কি কৰিব। চিৰিয়ালৈ সৈন্য বাহিনী পঠাব নে নপঠায়। হজৰত ওমৰ ফাৰুক এই বিষয়ে অমত আছিল। তেওঁৰ মতে এই সৈন্য বাহিনীটো ঘৰতে ৰাখিব লাগে। হজৰতৰ মৃত্যুৰ পাচত হয়তো কৰবাত বিদ্ৰোহ হব পাৰে। কিন্তু হজৰত আবুবকৰ ছিদ্দিকে তেওঁৰ কথালৈ কাণ নিদিলে। কাৰণ হজৰত মোহাম্মদৰ ইচ্ছা আছিল চিৰিয়ালৈ সৈন্য বাহিনী পঠোৱা। গতিকে সেই ইচ্ছাহে পূৰণ হব লাগিব। ওছামাৰ তলত সৈন্য বাহিনীটো চিৰিয়ালৈ পঠোৱা হ'ল।

অভিযাত্ৰী বাহিনীক কিছু দূৰ আগ বঢ়াই থবলৈ খলিফা নিজেই লগে লগে গল। অলপ দূৰ গৈ ওচামাই দেখিলে— তেওঁ নিজে ঘোঁৰাত উঠি গৈছে অথচ স্বয়ং খলিফাই পিচে পিচে খোজ কাঢ়িছে। ওছামাই লাজ পাই তেখেতক কলে— "হজৰত, হয় আপুনি ঘোৰাত উঠক নহয় ময়ো নামি খোজ কাঢ়ি যাওঁ।"

খলিফাই উত্তৰ দিলে— "মই আল্লাৰ কাৰণে এইটো কৰিছোঁ। যিজন লোকে আল্লাৰ ৰাস্তাত এটা খোজ দিয়ে তেওঁক আল্লাই সাত শ গুণ পুৰস্কাৰ দিয়ে। তেওঁৰ জীৱনগ্ৰন্থৰপৰা সাত শটা পাপ কটা যায় সাত শটা পুণ্য লিপিবদ্ধ হয়।" তেতিয়া ওছামা মনে মনে থাকিল।

কিছু সময়ৰ পাচত খলিফাই তেওঁলোকৰপৰা বিদায় লোৱাৰ আগতে সৈন্য সকলক এটি মহা মুল্যবান উপদেশ দিলে। তেখেতে ক'লে— "তোমালোক বিচাৰ পৰায়ণ হবা। কাৰো সম্পত্তিৰ ওপৰত অনধিকাৰ চৰ্চা নকৰিবা। সেনাপতিৰ

হুকুম পালন কৰিবা। কাকো প্ৰবঞ্চনা নকৰিবা। কোনো জীৱিত প্ৰাণীৰ অঙ্গচ্ছেদ নকৰিবা। বুঢ়ালোক, নাৰী আৰু শিশুৰ জীৱন ৰক্ষা কৰিবা। তোমালোকে খেজুৰ নাইবা অন্য ফলৰ বাগিছা নষ্ট নকৰিবা, নাইবা গৰু ছাগলী উট আদি জন্তু অন্যায়কৈ হত্যা নকৰিবা। কোনো ফকীৰ-সন্যাসীকে লাঞ্ছনা নাইবা হত্যা নকৰিবা। যিসকল লোক পৰাজিত হয় তেওঁলোকৰ জীৱন আৰু সম্পত্তি নষ্ট নকৰিবা। তোমালোকে বিধৰ্মী সকলৰ আগতো যি প্ৰতিজ্ঞা কৰা তাক ৰক্ষা কৰিবা। আল্লাৰ কৰুণাৰ কাৰণে তেওঁৰ ওচৰত প্ৰাৰ্থনা কৰিবা আৰু তেওঁৰ প্ৰশংসা কৰিবা।"

এই বাহিনীটোৱে চিৰিয়া অধিকাৰ কৰি মদিনালৈ ঘূৰি আহি অনান্য সক সুবা কেইটামান বিদ্ৰোহো দমন কৰিলে। শেষ নবী হজৰত মোহাম্মদৰ দিনতে কিছুমান মুখাপিক্ষা নকল নবী ওলাইছিল। তেখেতৰ জীৱন কালত সিহঁতে মানুহৰ মাজত তিস্লাম প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিছিল। কিন্তু হজৰতৰ মৃত্যুৰ পাচত সেই সকলৰ সুবিধা হ'ল। অনভিজ্ঞ জনসাধাৰণে সিহঁতকে নবী বুলি স্বীকাৰ কৰিব ধৰিলে। সেই নকল নবীসকলৰ ভিতৰত এজন আছিল "আছোৱাদ আনছি।" বহুতৰ মতে সি এজন যাদুকৰ আৰু বক্তা আছিল। এসময়ত সি ইছলাম ধৰ্ম গ্ৰহণ কৰিছিল। কিন্তু পাছত এই বিশ্বাস এৰি দি নিজকে এজন নবী বুলি ঘোষণা কৰে। হজৰতৰ জীৱিত কালতে ইয়েমেনৰ শাসনকৰ্তাৰ মৃত্যু হোৱাত সেই মানুহজনে কেইহাজাৰমান শিষ্যৰে নগৰ অধিকাৰ কৰি নিজে শাসনকৰ্তা হৈ পৰে। কিন্তু সোনকালে সি মৃত্যুৰ হাতত পৰে।

তেনেকৈকমৰ অন্য এজন নকল নবীৰ নাম তুলাইহা। বিদুইন সম্প্রদায়ৰ মাজত তুলাইহাৰ অশেষ প্রতিপত্তি আছিল। সেই নকল নবীজনে মানুহক বুজাই দিছিল যে দিনত পাঁচবাৰকৈ নামাজ পঢ়িবলৈ আৰু জাকাত দিবলৈ একো আৱশ্যক নাই। মদ খোৱাটো মানুহৰ কাৰণে হাৰাম নহয়। ইছলাম ধর্ম পালনতকৈ তাৰ ধর্ম পালন কৰিবলৈ সহজ কাৰণে বিদুইন সকলে তাৰেই শিষ্যত্ব গ্রহণ কৰিছিল।

তুলাইহাৰ দৰে আন এজন নকল নবী আছিল মুছাইলামা। মুছাইলামাই এসময়ত হজৰত ৰছুললৈ এখন চিঠি লিখিছিল—"যিহেতু আমি দুয়োজনে ৰছুল, গতিকে পৃথিৱীখনক দুয়ো ভাগ কৰি লওঁ আহা।" হজৰতে তাৰ চিঠিৰ উত্তৰত লিখিলে— "এই পৃথিৱী-খন তোমাৰো নহয় মোৰো নহয়। ইয়াৰ একমাত্র অধিকাৰী আল্লাহ।"

ইয়াৰ পিচত মুছাইলামাই এজনী বৰ ৰূপৱতী তিৰোতা বিয়া কৰাইছিল। তায়ো তুলাইহা আৰু মুছাইলামাৰ দৰে যাদু-বিদ্যাত পাৰ্গত আছিল আৰু সুন্দৰ সুন্দৰ কবিতা লিখিব পাৰিছিল। প্রথম অৱস্থাত এই তিৰোতা জনীৰ বহুতো শিষ্য আছিল আৰু সিহঁতে এসময়ত মদিনা আক্রমণ কৰি মুছলমান সকলক নিঃশেষ কৰিবলৈ আয়োজন কৰিছিল। মুছাইলামাই যেতিয়া এই আয়োজনৰ বিষয়ে জানিলে তেতিয়া তাইৰ লগত যোগ দিলে আৰু দুয়ো বিবাহ পাশত আবদ্ধ হল। ছাজাই নিজৰ শিষ্য সকলক মুছাইলামা যে এজন ৰছুল এই কথা বুজাই দিলে।

মুছাইলামায়ো নিজৰ শিষ্য সকলক নামাজ নপঢ়িবলৈ, জাকাত নিদিবলৈ আৰু মদ খাবলৈ হুকুম দিছিল।

এই নকল নবীহঁতে হজৰতৰ মৃত্যুৰ পাচত মুছলমান সকলৰ মাজত গণ্ডগোলৰ সৃষ্টি কৰিছিল। আবুবকৰ ছিদ্দিকে সিহঁতক দমন কৰিবৰ বাবে খালেদক লগাই দিলে। মুছলমানসকলে খালেদক উপাধি দিছিল 'খোদাৰ কৃপাণ' ( Sword of God ). এই খালেদ আছিল এজন বীৰ যোদ্ধা। ইছলাম গ্ৰহণ কৰাৰ পূৰ্বে তেওঁ মুছলমানৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। এই ধৰ্ম গ্ৰহণ কৰাৰ পাচত তেওঁ মুছলমানসকলৰ এজন ডাঙৰ সেনাপতি হৈছিল।

খালিদে পোন প্ৰথমতে তুলাইহাক শাস্তি দিবৰ বাবে আগবাঢ়ি গ'ল। তুলাইহাই এই বাতৰি পাই নিজৰ শিষ্য বাহিনী লৈ খালিদক আগভেটি ধৰিলেহি। প্ৰথম বাৰত তুলাইহা হাৰি পিচুৱাই গ'ল। পিচৰ বাৰত পুনৰাক্ৰমণ কৰিলে। সেইবাৰ কিন্তু ভালকৈয়ে যুদ্ধত হাৰি ইছলাম গ্ৰহণ কৰিলে।

ইয়াৰ পাচত খালিদে মুছাইলামাৰ বিৰুদ্ধে অভিযান চলালে। মুছাইলামায়ো চল্লিশ হাজাৰ শিষ্যৰে খালিদক আক্ৰমণ কৰিলে। মুছলমানৰ সৈন্য সংখ্যা আছিল মাত্ৰ দহ হাজাৰ। তথাপি মুছলমান সকলে যুদ্ধত জয়লাভ কৰিলে। মুছাইলামাই বাচি থকা সৈন্যসকলৰ সৈতে এখন বাগিছাত আশ্ৰয় ললেগৈ। বাগিছাখনৰ চাৰিওকাষে ওখ দেৱাল আছিল। মাত্ৰ প্ৰবেশ দুৱাৰ আছিল এখন। এজন মুছলমানে অশেষ কষ্ট কৰি দেৱালখন পাৰ হৈ গৈ দুৱাৰখন খুলি দিলে আৰু মুছলমান বাহিনীটো

ভিতৰ সোমাল। সেই যুদ্ধত মুছাইলামাৰ লগতে দহ হাজাৰ সৈন্যও নিহত হ'ল। কিন্তু মুছলমানৰ মাত্ৰ সাত শ সৈন্য বণত পৰিল। মুছাইলামাৰ বাকী সৈন্যবোৰে ইছলাম গ্ৰহণ কৰি মুছলমানৰ আশ্ৰয় ললে। প্ৰাথমিক ইছলামৰ ইতিহাসত এইখন এখন মনত ৰাখিব লগীয়া যুদ্ধ।

এসময়ত কিছুমান কৈদৰ মানুহ আহি খলিফাৰ ওচৰত আপত্তি কৰিলে— "আমি দিনত পাঁচবাৰকৈ নামাজ পঢ়িব পাৰো, কিন্তু জাকাত দিয়াটো টান কথা। গতিকে জাকাতৰ পৰা আমাক ৰেহাই দিব লাগে।" খলিফা আবুবকৰ ছিদ্দিকে পৰিষদবৰ্গৰ লগত আলোচনা কৰি জাকাত ৰেহাই দিব নোৱাৰা-টোকে সিদ্ধান্ত কৰিলে। গতিকে সেই কৈদবোৰে বিদ্ৰোহাচৰণ কৰিলে। খলিফাই বিদ্ৰোহ দমন কৰিলে সঁচা কিন্তু বহুতো মুছলমানৰ প্ৰাণ উছৰ্গা কৰিব লগা হ'ল।

এই যুদ্ধত বহুতো হাফিজৰ মৃত্যু হ'ল। এই হাফিজ সকলৰ কোৰান মুখস্থ আছিল। এই দৰে যুদ্ধত সকলো হাফিজৰ মৃত্যু হ'বলগা হ'লে কোৰানৰ চিনচাব নোহোৱা হব বুলি ভাবি হজৰত ওমৰ খেতাবে খলিফাক সমগ্ৰ কোৰানখন সম্পূৰ্ণকৈ সংগ্ৰহ কৰিবলৈ উপদেশ দিলে।

হজৰত জায়েদ সেই সময়ত জীয়াই আছিল। জায়েদে কোৰানৰ আয়াতবোৰ সম্পূৰ্ণকৈ লিখি ৰাখিছিল। খলিফাই তেওঁক মাতি কোৰানৰ আটাইবোৰ আয়েত একেলগ কৰি লিখি উলিয়াবলৈ নিৰ্দেশ কৰিলে। কিন্তু জায়েদে প্ৰথমে ভাবিলে যে এখন পৰ্বতৰ শৃঙ্গ এটা ভাঙি পেলোৱাটোও সহজ তথাপি

কোৰানৰ আটাইবোৰ বিক্ষিপ্ত আয়াত লগলগাই লিপিবদ্ধ কৰাটো টান কাম। তেতিয়া খলিফাই আটাইবোৰ হাফিজকে আমন্ত্ৰণ কৰি আনিলে। হজৰত ওমৰ আৰু হজৰত আবুবকৰ দুয়ো উপস্থিত থাকি কোৰান পাঠ কৰিবলৈ নিৰ্দেশ কৰিলে। ইয়াৰ পিচত জায়েদৰ কোৰান লিপিবদ্ধ কৰিবলৈ সহজ হৈ পৰিল। ইতিপূৰ্বে সুদীৰ্ঘ ত্ৰিশ বছৰে অৱতীৰ্ণ হোৱা পবিত্ৰ কোৰান হজৰত মোহাম্মদ মোস্তফাৰ সঙ্গী সকলৰ দ্বাৰা সিঁচৰিত ভাৱে লিখা হৈ আছিল আৰু হাফিজ সকলৰ মুখে মুখে প্ৰচলিত আছিল।

শাসন কাৰ্য্য পৰিচালনা কৰাৰ সময়ত যেতিয়া নিজৰ জ্ঞান বুদ্ধিয়ে বিচাৰি নোপোৱা সমস্যাৰ উদ্ভাৱন হয় তেতিয়া সেই বিষয়ে কোৰানৰ লগত আলোচনা কৰি, তাত ব্যৰ্থ হ'লে হজৰতৰ হাদিছ বা উপদেশবোৰলৈ খলিফাই শিষ্যসকলৰ লগত আলোচনা কৰিছিল। নাইবা তেনে বিষয়ে হজৰতে নিজে কেনে ব্যৱস্থা অৱলম্বন কৰিছিল তালৈ জুকিয়াই চাইছিল। তাতো অসমৰ্থ হলে নিজে যিটো ভাল বিবেচনা কৰিছিল সেইদৰে সমাপন কৰিছিল।

খলিফা হজৰত আবুবকৰৰ দিনত আৰবৰ অনৈছলামিকতা একেবাৰে নিশেষ হৈছিল।

এইদৰে অতি নিষ্ঠাৰে ২৷৷ বছৰকাল ৰাজত্ব কৰাৰ পাচত ৬৩ বছৰ বয়সত প্ৰথম খলিফা হজৰত আবুবকৰ ছিদ্দিকৰ জীৱনাৱসান ঘটে। শীতকালত এদিন ৰাতিপুৱা গোচল কৰাৰ পাচত তেওঁৰ জ্বৰ আৰম্ভ হয়। ১৫ দিনীয়া জ্বৰৰ পাচত তেওঁৰ মৃত্যু হয়।

হজৰত আবুবকৰ এসময়ত ঐশ্বৰ্য্যশালী আছিল যদিও ইছলামৰ কাৰণে সোপাকে বিতৰণ কৰি দিছিল। গোটেই জীৱনত তেওঁ বেহা-বেপাৰ কৰিছিল। এনেকি খলিফা হোৱাৰ প্ৰথম হোৱা কালতো তেখেতে বেপাৰ কৰিছিল নিজৰ পো-পৰিয়ালৰ পোহ-পালৰ কাৰণে। এদিন তেখেতে কাপোৰৰ বেপাৰ কৰিবলৈ যাওঁতে বাটতে হজৰত ওমৰ খেতাবে লগ পালে। 'আপুনি কলৈ যায় ?' হজৰত ওমৰে প্ৰশ্ন কৰিলে। খলিফাই উত্তৰ দিলে, "এই কাপোৰবোৰ বিকিবলৈ।" তেতিয়া হজৰত ওমৰে কলে, "আপুনি মুছলিম সাম্ৰাজ্যৰ অধিকাৰী। এইদৰে কাপোৰৰ বেপাৰ কৰিবলৈ যোৱাটো অশোভনীয় কথা।"

খলিফাই কলে, "মই বাৰু কি কৰিম ? নিজৰ পৰিয়াল-কতো পোহ-পাল দিব লাগিব।"

হজৰত ওমৰে কলে, "বাৰু ভাল কথা। আপোনাৰ কাৰণে আমি মাহেকত অলপ ধনৰ বন্দোবস্ত কৰি দিম। তাৰ পৰা আপোনাৰ পৰিয়ালৰ চিন্তা আঁতৰ হ'ব আৰু আপুনি আটাইখিনি সময় ইছলামৰ কাৰণে খটাব পাৰিব।" তেতিয়াৰ-পৰা পৰিয়ালৰ খৰচ চলাবৰ কাৰণে খলিফাৰ ৰাজহুৱা ধন-ভঁৰালৰপৰা অলপ অলপ বেতন দিয়া হৈছিল। তাৰ উপৰি জাৰ আৰু জহকালিৰ কাৰণে দুযোৰাকৈ কাপোৰ দিয়া হৈছিল।

এই মহান পুৰুষ গৰাকীয়ে নিজৰ সুখ সমৃদ্ধিৰ কাৰণে একো বস্তুকে ৰাখিব নিবিচাৰিছিল। মৰণ কাল উপস্থিত হোৱা সময়ত তেখেতে জীয়েক হজৰত আয়েছাক কৈছিল— "মোৰ মৰমৰ মা, যিটো উটে আমাক গাখীৰ যোগাই আছে সেই উটটো মোৰ মৃত্যুৰ

পাচত হজৰত ওমৰক দি দিবা। মোৰ খোৱা বাচনবোৰো দি দিবা। মই যি পিন্ধি আছোঁ সেই পোছাক-যোৰো তেওঁক দি দিবা।" খলিফাৰ মৃত্যুৰ পাচত হজৰত আয়েছাই সকলোখিনি হজৰত ওমৰক দি বাপেকৰ ইচ্ছা পূৰণ কৰিছিল। হজৰত ওমৰ ফাৰুকে কৈছিল— "হজৰত আবুবকৰৰ মহত্ত্ব কোনোৱে তুল্য হব নোৱাৰে। তেওঁ যিমান সৰল ভাৱে সাজ-পোছাক ব্যৱহাৰ কৰিছিল, যি কোনো লোকৰ পক্ষে ই বৰ কঠিন কাম।"

হজৰত আবুবকৰ ছিদ্দিক আল্লাৰ প্ৰতি সদায় ভীতু আছিল আৰু সদায় তেওঁৰ প্ৰশংসা কৰিছিল। কোনো লোকে তেওঁৰ প্ৰশংসা কৰা শুনিলে তাৰ পৰিবৰ্তে আল্লাৰ প্ৰশংসা কৰিবলৈ উপদেশ দিছিল। এদিন এখন বাগিছাৰ ভিতৰত সোমাই এজনী চৰাই শুই থকা দেখি তেওঁ কৈছিল— "এই চৰাইটি বৰ সুখী, কাৰণ সি যি কৰিছে আল্লাই তাৰ একো বিচাৰ নকৰিব। হায়,ময়ো যদি এই চৰাইটিৰ দৰেই হলোঁহেঁতেন!" কোনোৱে তেওঁৰ প্ৰশংসা কৰিলে তেওঁ কৈছিল— "এই মানুহবোৰতকৈ মই নিজকে নিজেই ভালকৈ জানো। আল্লায়ো মোৰ সম্পৰ্কে ভালকৈ জানে। সেই কাৰণে আল্লাৰ ওচৰত প্ৰাৰ্থনা জনাওঁ এই মানুহবিলাকে মোক যিমান ভাল বুলি বিশ্বাস কৰে তিমান ভাল যেন মই হব পাৰোঁ।"

হজৰত আবুবকৰ এজন একনিষ্ঠ মুছলিম আছিল। তেওঁ ঠিকমতে ৰোজা নামাজ সম্পন্ন কৰিছিল। কোনো মুছলমান লোক মৰিলে শৱ-যাত্ৰাৰ সঙ্গী হৈছিল। কোনো লোক

বেমাৰ পৰিলে নিজে গৈ খবৰ লৈছিল। কোনো দৰিদ্ৰ লোক লগ পালে তাৰ দৰিদ্ৰতা মোচনৰ কাৰণে উপায় দিছিল।

এসময়ত হজৰত ওমৰ ফাৰুকে শুনিবলৈ পালে যে মদিনাত একেবাৰে নিৰাশ্ৰয়া এজনী অন্ধ বুঢ়ী আছে। তেওঁ সদায় তাইৰ ওচৰলৈ গৈ খোৱা বস্তু নি দিবলৈ মনস্থ কৰিলে। কিন্তু প্ৰতিদিনে গৈ দেখে যে তেওঁ গৈ পোৱাৰ আগতে কোনোবাই খাদ্য-পানীৰ যোগান ধৰে। কোনজন সেই দানী, হজৰত ওমৰৰ জানিবলৈ বৰ আগ্ৰহ জন্মিল। তেওঁ অনুসন্ধান কৰি জানিব পাৰিলে যে সেইজন হজৰত আবুবকৰৰ বাহিৰে আন কোনো নহয়।

হজৰত আবুবকৰে নিজৰ আৰু নিজৰ পৰিয়ালৰ কাৰণে মাত্ৰ অলপ অলপ পইচা খৰচ কৰিছিল। এসময়ত তেখেতৰ পৰিবাৰে অলপ মিঠাইৰ আবেদন কৰিছিল। কিন্তু তেওঁৰ পইচা হাতত নাছিল। পৰিবাৰে কেইবাদিনো বৰ কষ্টেৰে অলপ সাঁচি অলপ মিষ্টান্ন কিনিবৰ কাৰণে পইচাখিনি খলিফাৰ হাতত দিলে। কিন্তু হজৰত ছিদ্দিকে মিষ্টান্ন খৰিদ নকৰি সেই পইচাখিনি নি ৰাজহুৱা ধনভঁৰালত জমা থলে।

মৃত্যুৰ পূৰ্ব মুহূৰ্ত্তত হজৰত আবুবকৰে খলিফা পদৰ বাবে হজৰত ওমৰক মনোনীত কৰি গৈছিল। এই মনোনয়নত কোনো মুছলমান অসন্তুষ্ট হোৱা নাছিল। গতিকে ইছলামী শাসনত একো আউল লগা নাছিল।



মহা মানৱৰ জ্যোতিৰ আলোত
আমাৰো জীৱন পোহৰ হ'ক!
জীৱন পথৰ কালিমা আঁধাৰ
দুৰ দূৰল'ই আঁতৰি য'ক !!

# হজৰত ওমৰ ফাৰুক (ৰাঃ)
## ( দ্বিতীয় খলিফা )

প্ৰথম খলিফা হজৰত আবুবকৰ ছিদ্দিকে তেওঁৰ মৃত্যুৰ পূৰ্ব মুহূৰ্তত হজৰত ওমৰৰ নাম খলিফাৰ বাবে প্ৰস্তাৱ কৰিলে। হজৰত ওমৰে কলে, "মই এই গুৰুভাৰৰ বাবে একেবাৰেই অক্ষম আৰু এই ৰাৰ গ্ৰহণ কৰিবলৈ মই নিবিচাৰোঁ।" হজৰত আবুবকৰে কলে, "খলিফা পদটো তুমি নিবিচাৰিলেও পদটোৱে তোমাক বিচাৰিছে। ই এটা বিশেষ দায়িত্বপূৰ্ণ কাম। তাৰ কাৰণে তুমিয়েই আটাইতকৈ উপযুক্ত।" অৱশেষত সেয়ে হ'ল, হজৰত আলি আৰু হজৰত আয়েছাই খলিফাৰ প্ৰস্তাৱ সমৰ্থন কৰিলে। মুছলমান জনসাধাৰণ নিৰ্বিবাদে এই প্ৰস্তাৱত সন্মত হ'ল।

হজৰত ওমৰৰ খিলাফাত কাল ৬৩৫ খ্ৰঃ ৰ পৰা ৬৪৪ লৈ প্ৰায় দহ বছৰ।

হজৰত ওমৰক শ্ৰেষ্ঠতম খলিফা বুলি অভিহিত কৰা হয়। তেওঁৰ ৰাজত্ব কালত মুছলিম শক্তি বৰ বলবান হৈ উঠে। তেওঁক ফাৰুক উপাধি দিয়া হৈছিল। ফাৰুক শব্দৰ অৰ্থ ভাল আৰু বেয়াৰ, সত্য আৰু অসত্যৰ পাৰ্থক্য কৰোঁতা। তেওঁৰ দিনতেই মুছলিম সাম্ৰাজ্যৰ বহু দূৰ প্ৰসাৰী সীমাৰ বিস্তৃতি হয়।

হজৰত ওমৰৰ বাপেক খাত্তাব কোৰেছসকলৰ এটা প্ৰধান ফৈদৰ লোক আছিল। এই বংশটোৰ কৰ্তব্য আছিল শত্ৰুফৈদৰ লগত শান্তি স্থাপন কৰা বা যুদ্ধ ঘোষণা কৰা। হজৰত ওমৰৰ বাপেকে ফৈদটোৰ ভিতৰত ৰয়সিয়াল আৰু মুৰব্বী আছিল। ফৈদৰ আন সকলোৱে তেওঁক সন্মান আৰু ভয় কৰিছিল।

হজৰত ওমৰ নবীয়ে কৰিমতকৈ ১৩ বছৰৰ সৰু আছিল। সৰু কালত আন আন আৰৱ ল'ৰাবোৰৰ দৰে তেওঁৰো উট আৰু ভেঁৰা চৰাইছিল। বাপেকৰ কঠোৰ শাসনৰ কাৰণে গোটেই দিনটো কঠিন পৰিশ্ৰম কৰিব লগা হৈছিল। এনেদৰে অলস জীৱন যাপন কৰিব নোৱাৰিছিল। বাপেকে মাত্ৰ তেওঁক ডাঠ-কাপোৰৰ জুব্বা পিন্ধিবলৈ দিছিল। এইদৰে এটা সৰল জীৱন যাপন কৰাত হজৰত ওমৰ অভ্যস্ত হৈ পৰিছিল।

চেমনীয়া কালত তেওঁৰ গাৰ বৰণ উজ্জ্বল আছিল: মল্ল খেলত তেওঁ সদায় জয়ী হৈছিল। মেল'ৰোবৰ শাৰীৰিক খেলাত তেওঁ নিজৰ অতুলনীয়তাৰ পৰিচয় দান কৰিছিল। পিচলৈ তেওঁ এজন পাকৈত অশ্বাৰোহী সৈন্যত পৰিণত হৈছিল। আৰবৰ সম্ভ্ৰান্ত পৰিয়ালৰ কিছুমান ল'ৰা-ছোৱালীয়ে লিখা পঢ়াৰ চৰ্চা কৰিছিল। হজৰত ওমৰো আছিল সেই সকলৰ ভিতৰৰে এজন। কবিত্ব আৰব সকলৰ আছিল এটা জাতীয় বৈশিষ্ট্য। হজৰত ওমৰো এজন প্ৰভাৱশালী কবি আৰু বক্তা আছিল। অন্যান্য বণিক সকলৰ দৰে তেওঁৰো পাকৈত ব্যৱসায়ী আছিল। আৰব কাফিলা সকলৰ লগত দেশে-বিদেশে বণিজ বেহাই ঘুৰিছিল। ইছলাম গ্ৰহণ কৰাৰ পূৰ্বে তেওঁ চিৰিয়া আৰু

মেচোপটমিয়াৰ বজাৰত বেপাৰ কৰিছিল। মানুহৰ লগত সদায় সততাৰে ব্যৱসায় কৰিছিল। এইদৰে ইছলাম গ্ৰহণ কৰাৰ পূৰ্বতেই তেওঁ সমাজৰ মাজত এখন সন্মানৰ আসন তৈয়াৰ কৰিছিল।

পোন প্ৰথম অৱস্থাত ইছলামক যি সকলে ঘৃণা কৰিছিল আৰু মুছলমানক শাস্তি প্ৰদান কৰিছিল সেই সকলৰ ভিতৰত হজৰত ওমৰো আছিল অন্যতম। তেওঁ বেচি বলবান আছিল কাৰণে মুছলমানৰ এজন ডাঙৰ শত্ৰু আছিল। এসময়ত যেতিয়া তেওঁ জানিছিল যে তেওঁৰ এজনী বান্দীয়ে মনে মনে ইছলাম ধৰ্ম গ্ৰহণ কৰিছে তেতিয়া তেওঁ সেই বান্দীজনীক মৰিয়াই মৰিয়াই আধা মৰা কৰিছিল। কিন্তু সেই বান্দীজনীয়ে ইমান মাৰ খোৱাৰ পিচতো ইছলাম ধৰ্ম পৰিত্যাগ নকৰোঁ বুলি যেতিয়া নিৰ্ভীক ভাৱে উত্তৰ দিছিল তেতিয়া তেওঁ ভাগৰি গৈছিল। তেওঁ পুনৰ বান্দীজনীক অশেষ শাস্তি দিছিল আৰু বান্দীজনীও আল্লাৰ কাৰণে সকলো শাস্তি বহন কৰি মৃত্যু বৰণ কৰিব বুলি কৈছিল। তেতিয়া হজৰত ওমৰৰ খং চৰি গৈ এই বেমাৰৰ মূল উভালিবৰ বাবে হজৰত মোহাম্মদকে শেষ কৰিবৰ কাৰণে প্ৰতিজ্ঞা কৰিছিল। হজৰত ওমৰে বুজিলে যে মোহাম্মদক শেষ নকৰিলে এই কেলেঙ্কাৰীটোৰ শেষ নহয়। এই ভাবি এদিন ওমৰে হাতত তলোৱাৰ লৈ শেষ নবীক হত্যা কৰিবৰ বাবে ঘৰৰপৰা বাহিৰ হ'ল। নগৰৰ যিটো ঘৰত হজৰত মোহাম্মদে বাস কৰিছিল সেইমুখে যাবলৈ ধৰিলে। তেওঁৰ তেতিয়া এটাই মাত্ৰ চিন্তা আছিল— মোহাম্মদক শেষ কৰিব লাগে।

বাটত তেওঁ এজন মানুহক লগ পালে! চেহেৰা দেখিয়ে মানুহজনে বুজিব পাৰিলে যে ওমৰৰ খং উঠিছে। তেওঁ সুধিলে, "ওমৰ, হাতত তৰোৱাৰ খুলিলৈ কলৈ যোৱাহে ?"

হজৰত ওমৰেও উত্তৰ দিলে, "মোহাম্মদক বিচাৰি ওলাইছোঁ ৰবা। সেই মানুহজনক শেষ কৰিহে এই নতুন ধৰ্মটোৰ শিপা উভালিব পৰা যাব।"

হজৰত ওমৰৰ উত্তৰ শুনি মানুহজনে হাঁহি মাৰি কলে, "ইমান সহজ বুলি নাভাবিবা ওমৰ। মোহাম্মদৰ শিষ্যসকলে জানো তোমাক শুদাই এৰিব ?"

"তুমি কি কোৱাহে ? নে তুমিও সেই ধৰ্মটো গ্ৰহণ কৰিছা ?" ওমৰে সুধিলে।

"মোৰ কথা বাদেই দিয়াচোন, আগেয়ে তোমাৰ ভগ্নী আৰু ভগ্নীপতিৰ বিষয়ে চিন্তা কৰা।" —মানুহজনে সহজ ভাৱে কলে।

ওমৰে নিজৰ ভগ্নী আৰু ভগ্নীপতিৰ ধৰ্মান্তৰৰ কথা জানিব পাৰি দমি গ'ল, তেনেহলে নিজৰ আত্মীয়-স্বজনেও মোহাম্মদ যাদুকৰ জনৰ যাদুত ভোল গ'ল নেকি ? —মানুহজনক এৰি ওমৰে ভনীয়েকৰ ঘৰলৈ যাত্ৰা কৰিলে। তেওঁ মনে মনে থিৰাং কৰিলে— যদি সিহঁতে ধৰ্মান্তৰ গ্ৰহণ কৰাটো সত্য হয়, সিহঁতকো হত্যা কৰি পৃথিৱীত এটা চিনকে ৰাখি থোৱা যাব।

ওমৰৰ ইচ্ছা এনে হলেও আল্লাৰ ইচ্ছা আছিল অন্য ৰকমৰ। তেওঁ যেতিয়া ভনীয়েকৰ ঘৰৰ দুৱাৰ মুখত গৈ উপস্থিত হ'ল, তেতিয়া স্বামী-স্ত্ৰী দুয়োজনে দুৱাৰ জপাই পৱিত্ৰ কোৰানৰ

এটা অংশ-লিপি পাঠ কৰি আছিল। কিছু সময় দুৱাৰৰ জোলোঙাৰে জুমি চাই থাকি সেই অৱস্থাতে ওমৰে দুয়োকো দেখা পালে। শেষত দুৱাৰত টুকুৰিয়াই দিলে। কিন্তু দুৱাৰ খোলাৰ পূৰ্বতে ভিতৰৰপৰা এজনে সুধিলে, "কোন?" ওমৰে মাত দিলে, "মই, ওমৰ।"

ঘৰৰ মালিকে দুৱাৰখন খুলি দিলে। ঘৈণীয়েকে সন্তৰ্পণে কোৰানৰ অংশটো লুকাই ৰাখিলে। ওমৰে খং মনেৰে প্ৰশ্ন কৰিলে, "তোমালোকে সেইখন কি পঢ়িছিলা, দুয়ো কি আলোচনা কৰিছিলা?"

কথাটো লুকুৱাবৰ বাবে দুয়ো আং বাং কিবাকিবি কলে। কিন্তু পতিয়ন নগৈ ওমৰে প্ৰশ্ন কৰিলে— "সেইবোৰ কথা এৰা, তোমালোকে ইছলাম ধৰ্ম গ্ৰহণ কৰিছা নেকি?"

ঘৰৰ মালিকে আগবাঢ়ি আহি কলে— "সচা ভাই, আমি ইছলাম ধৰ্ম গ্ৰহণ কৰিছোঁ। কাৰণ এইটোৱেই সত্য ধৰ্ম।' কথা শেষ হবলৈ নহলেই। ওমৰৰ মুৰ গৰম হৈ গ'ল। চকু মুখ ৰঙা পৰিল। গাৰ সিৰবোৰ টন্‌টনীয়া হ'ল। তেওঁ ভগ্নীপতিক ধৰি মৰিয়াবলৈ ধৰিলে। মাৰোঁতে মাৰোঁতে গাত জখম হৈ তেজ বৰলৈ ধৰিলে। কাণ্ড দেখি ভনীয়েকে তেওঁক নিৰস্ত কৰিবলৈ আগ বাঢ়ি আহিল। হজৰত ওমৰে ভনীয়েককো মৰিয়াবলৈ ধৰিলে। তেওঁৰ মুখ ফাটি তেজ বৰলৈ ধৰিলে। কিন্তু তেওঁ স্বামীৰ দৰে মনে মনে নাথাকি সিংহৰ দৰে গৰ্জি উঠিল— "হয়, আমি ইছলাম গ্ৰহণ কৰিছোঁ। কাৰণ এয়েই সত্য ধৰ্ম্ম। মই তোমাক কৈছোঁ আল্লা এজনেই। হজৰত মোহাম্মদ

আল্লাৰেই প্ৰকৃত দূত। তোমাৰ ভিতৰতো যদি এটা সত্য মানুহ জীয়াই থাকে, তুমিও এই ধৰ্ম স্বীকাৰ কৰিব লাগিব।"

ভনীয়েকৰ এনে বীৰত্বপূৰ্ণ প্ৰত্তিবাক্যত ওমৰ কিছু দমি গ'ল। ভনীয়েকৰ মুখেৰে বৈ অহা তেজৰ ধাৰেও তেওঁক অপ্ৰতিভ কৰিলে। কিছু সময় নিজে নিজে শান্ত ভাৱে থাকি ভনীয়েকে কি পঢ়িছিল তেওঁৰ আগলৈ আনিবলৈ আদেশ কৰিলে। ভনীয়েকে তেতিয়া নিজে লুকাই ৰখা কোৰানৰ অংশটো আনি ওমৰৰ আগত ধৰিলে; কিন্তু তেওঁ যেতিয়ালৈকে গা ধুই পবিত্ৰ নহ'ল তেতিয়ালৈকে তাক স্পৰ্শ কৰিবলৈ নিদিলে। কাৰণ অপবিত্ৰ শৰীৰেৰে কোৰান স্পৰ্শ কৰাটো অবিধেয়। ওমৰে গা ধুই পবিত্ৰ হৈ সেই অংশটো পঢ়ি চালে। পঢ়ি থাকোঁতেই দু-চকুৰে পানী বৈ আহিল। তেতিয়া দুয়োৰো ওচৰত নিজৰ মূঢ়তাৰ কাৰণে ক্ষমা প্ৰাৰ্থনা কৰি ইছলাম গ্ৰহণ কৰিলে। যি জন বীৰে হজৰত মোহাম্মদক হত্যা কৰাৰ অভিপ্ৰায়ে ওলাই গৈছিল সেই জন লোকেই ভনীয়েকৰ ঘৰৰপৰা ইছলাম গ্ৰহণ কৰি উভতি আহিল।

ইছলাম ধৰ্মত বিশ্বাস স্থাপন কৰি হজৰত ওমৰে নতুন পোহৰৰ পথ দেখিবলৈ পালে। তেওঁ খবৰটো নিজে নবী কৰিমক দিবলৈ বুলি তেওঁৰ ঘৰলৈ আগ বাঢ়ি গ'ল। সেই সময়ত নবীৰ ঘৰত কেইজনমান সঙ্গীয়ে ধৰ্মালোচনাত ৰত আছিল। তেওঁ-লোকৰ মাজত নবী অনুপস্থিত আছিল। মানুহ কেইজনে হজৰত ওমৰক দেখা পাই দুৱাৰ জপাই দিলে। ইছলামৰ এই বলবান শত্ৰুজন আহিছে যেতিয়া কি অঘটন ঘটায় তাৰ ঠিক নাই। গতিকে ওমৰৰ কাৰণে দুৱাৰ খুলি দিয়া নহয়। কিন্তু এজন বৰ

শক্তিমান লোক আছিল। তেওঁ কলে, "কিয় খুলি নিদিবা। যদি সি কিবা অন্যায় কৰে তাৰো জীৱন শেষ কৰি পেলাম। কোনে পৰোৱা কৰে ওমৰক ?"

এনেবোৰ কথা শুনি পয়গম্বৰে তাতে উপস্থিত হৈ দুৱাৰখন খুলি দি ওমৰক সুধিলে, "তোমাক কি লাগে ওমৰ ?"

ওমৰে বিনয়াবনত হৈ কলে, "হে মোহাম্মদ, আপুনি আল্লাৰ সত্য ৰছুল। আল্লাই পৰম সত্য। মই সত্য ধৰ্ম গ্ৰহণ কৰিছোঁ।"

হজৰতে ওমৰৰ মুখৰ এই বাক্য শুনি হাতত ধৰি তেওঁক ভিতৰলৈ নিলে। মুছলমান সকলৰ মনত আনন্দ নধৰা হৈ পৰিল।

ইয়াৰ পাচত হজৰত ওমৰে মক্কাৰ প্ৰধান প্ৰধান লোক সকলৰ ঘৰে ঘৰে গৈ তেওঁ যে ইছলাম গ্ৰহণ কৰিছে তাৰ বাতৰি দিলেগৈ। এই বাতৰিয়ে কোৰেছৰ ইছলাম বিৰোধী নেতা সকলৰ মুখ কলা কৰিলে।

মুছলমানসকল আনন্দত অধীৰ হোৱাৰ কাৰণ আছিল— এজন প্ৰখ্যাতবীৰ অত্যাচাৰী সকলৰ দল ফালি আহি তেওঁলোকৰ দলভুক্ত হ'ল। এফালে যেনেকৈ অত্যাচাৰীৰ সংখ্যা এটা কমিল সেইদৰে আনফালে ইছলামৰ কাৰণে যুদ্ধ কৰিব পৰা বীৰ এজনৰ সংখ্যা বাঢ়িল।

হজৰত ওমৰে ইছলাম গ্ৰহণ কৰাৰ পাচত মুছলমানৰ ওপৰত অত্যাচাৰ আৰু বেচি হবলৈ ধৰিলে। এসময়ত অত্যাচাৰত অতিষ্ঠ হৈ হজৰত নবী কৰিমে যেতিয়া মুছলমানসকলক

মদিনালৈ হিজৰত কৰিবলৈ আদেশ কৰিলে, তেতিয়া হজৰত ওমৰেও হিজৰত কৰাটোকে বেচি মঙ্গলজনক ভাবি মোহাজ্জেৰিন সকলৰ দলভুক্ত হ'ল।

হজৰত ওমৰে মক্কা এৰাৰ আগতে কাবালৈ গৈ মুকলি ভাৱে নামাজ উপাসনা সমাধা কৰিলে। নামাজ পঢ়ি উঠি তেওঁ মুকসি ভাৱে ঘোষণা কৰিলে যে ইছলাম ৰক্ষাৰ কাৰণে তেওঁ মক্কা নগৰ এৰি যাবলৈ সাজু হৈছে। যদি মক্কাত কোনো বীৰ পুৰুষ থাকে তেওঁৰ লগত যুদ্ধ কৰি এই যাত্ৰাৰপৰা বিৰত কৰিব পাৰে। কিন্তু কোনো এজন লোকো আগবাঢ়ি নাহিল। কাৰণ তেওঁৰ ধনু-কাঁড় আৰু তলোৱাৰৰ বিষয়ে সকলোৰে ভালদৰে জনা আছিল। তেওঁ দেখা দেখিকৈয়ে মক্কা এৰি মদিনালৈ যাত্ৰা কৰিছিল। কিন্তু এই যাত্ৰাত তেওঁৰ মন ভাগি গৈছিল কাৰণ পিতা-মাতা, স্ত্ৰী-সন্তান সকলো মক্কাত পৰি ৰৈছিল।

মক্কাৰ দৰে মদিনাতো তেওঁ নবী কৰিমৰ এজন ভাল সঙ্গী হৈছিল। যুদ্ধ আৰু শান্তিৰ সময়ত সদায় হজৰতৰ এখন হাতৰ দৰে লগে লগে আছিল।

যেতিয়া হজৰতৰ মৃত্যুৰ পাচত হজৰত আবুবকৰ ছিদ্দিকে খলিফা পদত অধিষ্ঠিত হৈছিল তেতিয়া তেওঁৰো এজন বিনীত অনুগত হৈছিল। খলিফা হজৰত আবুবকৰেও সদায় হজৰত ওমৰৰ উপদেশ বিচাৰিছিল। নিজৰ মতেৰে সৈতে নিমিলিলেও হজৰত ওমৰে খলিফাক কেতিয়াও অমান্য নকৰিছিল। শাসনৰ কামত হজৰত ওমৰ খলিফাৰ সোঁহাত স্বৰূপে আছিল। কোৰান

সম্পূর্ণ কোৰান সঙ্কলনৰ বাবে খলিফাক তেয়েঁই উপদেশ দিছিল।

বুঢ়া বয়সত খলিফা হজৰত আবুবকৰ ছিদ্দিকে ৰোগ-শয্যাত পৰি নিজ জীৱনৰ অৱসান অনিবাৰ্য্য ভাবি কেইজনমান মুছলিম প্ৰধানক মাতি তেওঁৰ পাচত হজৰত ওমৰকে খলিফা পদত নিয়োগ কৰিবৰ বাবে প্ৰস্তাৱ উত্থাপন কৰিলে।

খলিফাৰ গধুৰ দায়িত্ব গ্ৰহণ কৰিয়েই প্ৰথম খলিফাৰ বাকী থকা কামবোৰ সমাধা কৰিবলৈ হজৰত ওমৰে মন মেলিলে। হজৰত আবুবকৰৰ ইচ্ছা আছিল চিৰিয়া আৰু ইৰাক জয় কৰাৰ কাৰণে।

শেষ নবী হজৰত মোহাম্মদৰ সময়ত ইৰান এখন বিৰাট-কায় প্ৰতাপশালী ৰাজ্য আছিল। তাৰ অধিবাসীবোৰ আছিল ধনী, সভ্যতা আছিল উন্নততৰ। সম্ৰাট বৰ শক্তিশালী। পাৰচ্যৰ মানুহে পৃথিৱীৰ অন্য অংশৰ মানুহক নিজতকৈ বহু হেয় বুলি জ্ঞান কৰিছিল। তেওঁলোকে আৰব সকলক পুৰণি কলীয়া বুলি অভিহিত কৰিছিল, মুছলমানসকলকো বেয়া ব্যৱহাৰ কৰিছিল।

এসময়ত শেষ পয়গাম্বৰ হজৰত মোহাম্মদে যেতিয়া পাৰচ্যৰ সম্ৰাটলৈ ইছ্‌লাম গ্ৰহণৰ কাৰণে এখন চিঠি দিছিল, তেতিয়া সেই সম্ৰাটে সেই চিঠিখন টুকুৰাটুকুৰকৈ ফালি পেলাই পয়গাম্বৰক বান্ধি নিবলৈ ইয়েমেনৰ শাসনকৰ্তালৈ হুকুম পঠাইছিল। ইয়েমেনৰ শাসনকৰ্তাই পঠোৱা কটকী মদিনা পোৱা সময়তেই সম্ৰাট নিজৰ পুতেকৰ হাতত নিহত হৈছিল। হজৰত মোহাম্মদে যেতিয়া

জানিব পাৰিছিল যে তেওঁৰ পৱিত্ৰ চিঠি পাৰচ্য-সম্ৰাটে ফালি পেলাইছে তেতিয়া তেওঁ কৈছিল যে পাৰচ্য সাম্ৰাজ্য কিছুদিন পাচতে ভাগি টুকুৰাটুকুৰ হব।

সেই ভবিষ্যৎ বাণী অচিৰতে ফলিয়াইছিল। মুছলিম সেনাপতি খালিদে পাৰচ্য আক্ৰমণ কৰাৰ সময়ত পাৰচ্য সাম্ৰাজ্য ভাগি চাৰিটা খণ্ডত বিভক্ত হৈছিল। সেই চাৰিটা খণ্ডৰ এটাৰ নাম আছিল ইৰাক-ই-আৰব। আজিকালি এই খণ্ডৰ নাম মেচোপটমিয়া। ইয়াৰ প্ৰধান নগৰ বছৰা। এই নগৰ হজৰত ওমৰে স্থাপন কৰিছিল। এই অঞ্চলটোত বেচিভাগ আৰবে বাস কৰিছিল।

পাৰচ্যৰ আন দুটা ভাগৰ নাম আছিল খুজিস্তান আৰু ফাৰিচ বা পাৰচ্য।

সেনাপতি খালিদক ইৰাক খণ্ডটো অধিকাৰ কৰিবলৈ পঠোৱা হৈছিল। এই অংশটোৰ শাসনকৰ্তা আছিল হৰমুজ। এই মানুহজন বৰ হিংসুক আছিল আৰু আৰবসকলক এই অঞ্চলটোৰ পৰা খেদি দিবলৈ যত্ন কৰি আছিল। খালিদে এই অসৎ শাসনকৰ্তাজনলৈ ইছলাম গ্ৰহণ কৰিবৰ কাৰণে এখন পত্ৰ লিখিলে। হৰমুজেও পূৰ্ববৰ্তী শাসনকৰ্তাৰ দৰে এই পত্ৰ ফালি পেলালে। কটকীজনকো অসৎ ব্যৱহাৰ কৰিলে। তাৰ উপৰি নিজে ৫০ হাজাৰ সৈন্য সংগ্ৰহ কৰি মুছলমানৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ সাজু হ'ল।

পাৰচ্য আৰু আৰব সৈন্য বাহিনী এটা জলাশয়ৰ ওচৰত উপস্থিত হ'ল। পাৰচ্য সৈন্যই আৰব বাহিনীক পিয়াহত শুকাই মাৰিবলৈ জলাশয়ৰ পানী বন্ধ কৰিবৰ বাবে যত্ন কৰিলে।

খালিদেও পানীৰ অঞ্চলটো নিজৰ অধিকাৰত ৰাখিবলৈ যত্ন কৰিলে। অৰিয়া-অৰিত দুয়ো পক্ষৰ যুদ্ধ আৰম্ভ হ'ল। পাৰচাৰ বহুতো সৈন্য নিহত আৰু আহত হ'ল। কথা বিষম দেখি হুৰমুজে আগ বাঢ়ি ওলাই আহি কবলৈ ধৰিলে, "সৈন্যসকলৰ যুদ্ধ বন্ধ হওক। খালিদ আৰু মই দুয়োৱেই অকলে যুদ্ধ কৰোঁ আহা। যদি খালিদে মোক হত্যা কৰিব পাৰে তেনেহলে আৰবসকল জয়ী হব আৰু যদি মই খালিদক হত্যা কৰিব পাৰোঁ আৰবসকলে নিজৰ ৰাজ্যলৈ ফিৰি যাব লাগিব।"

এই প্ৰত্যাহ্বান খালিদে মঞ্জুৰ কৰিলে। দুয়ো আগবাঢ়ি আহিল। খালিদে প্ৰথম বাৰৰ আক্ৰমণতে হুৰমুজৰ তলোৱাৰত থাপ মাৰি ধৰি ঘোঁৰাৰপৰা মাটিত বগৰাই ললে। পাচত বুকুৰ ওপৰত বহি মূৰটো কাটি লৈ এডাল বৰ্শাৰ মূৰত বিন্ধি দাঙি দিলে। পাৰচ্য বাহিনীয়ে দেখি পিচলৈ পলাবলৈ ধৰিলে। এই যুদ্ধখনক শিকলিৰ যুদ্ধ নামে জনা যায়। কাৰণ পাৰচ্য বাহিনীয়ে পৰস্পৰে পৰস্পৰক শিকলিৰে বান্ধি লৈছিল। যাতে কোনোৱে যুদ্ধক্ষেত্ৰৰপৰা পিচুৱাই পলাই যাব নোৱাৰে। ইয়াৰ পাচতো কেবাখনো যুদ্ধত পাৰচ্য সৈন্যক হৰুৱাই সমগ্ৰ পাৰচ্য সাম্ৰাজ্য মুছলমানে অধিকাৰ কৰিছিল।

পাৰচিক সকলৰ বিৰুদ্ধে হোৱা আন এখন যুদ্ধৰ নাম 'কাদ-চিয়া যুদ্ধ'। এই যুদ্ধত ৬০ হাজাৰ পাৰচিক সৈন্যই অংশ গ্ৰহণ কৰিছিল। তেওঁলোকৰ সেনাপতি আছিল ৰুস্তম। (এই জন ৰুস্তম চাহনামাৰ উল্লিখিত ৰুস্তম নহয়)। এই সেনাপতিজনো বিৰাট শক্তিশালী আছিল। মুছলমানৰ সৈন্য সংখ্যা আছিল

মাত্ৰ কুৰি হাজাৰ। ৰুস্তমে নিজৰ সৈন্য বাহিনীক এইদৰে উৎসাহ দিছিল—"কোনো সংশয় নাই। এই আৰব সৈন্যসকলক আমি পকৰাৰ লানিৰ দৰে পিহি মাৰি পেলাম।"

মুছলমান আছিল মাত্ৰ ২০ হাজাৰ লোক. তাতে তেওঁলোকৰ হাতী নাই, যুদ্ধৰ সাজ-সজ্জাও উন্নত ধৰণৰ নহয়। কিন্তু তেওঁলোকৰ ভিতৰত আছিল আল্লাৰ ওপৰত অটল বিশ্বাস। ইছলামৰ কাৰণে তেওঁলোকে নিজক সমৰ্পণ কৰি যুদ্ধ কৰিছিল। যুদ্ধৰ ফল—আল্লাৰ দান— বিজয় লাভৰ ওপৰত আছিল গভীৰ আশা। তথাপিও তেওঁলোকৰ মনত দুখ— তেওঁলোকৰ অন্য এজন বীৰ ছাদ অসুস্থ আছিল।

প্ৰথমতে আৰব আৰু পাৰচিক সৈন্যসকলৰ মাজত তুৰুপীয়া ধৰণৰ দুই এখন যুদ্ধ হৈছিল। পাচত যেতিয়া সাধাৰণ যুদ্ধ আৰম্ভ হ'ল তাৰ শেষৰ দিনা আৰব সৈন্য বাহিনীয়ে অবিৰাম ভাবে যুদ্ধ কৰিবলৈ ধৰিলে। পাৰচ্যৰ সৈন্য বাহিনীয়ে হাজাৰে হাজাৰে প্ৰাণ বিসৰ্জন দিবলৈ ধৰিলে। জীয়াই থকা সকলে ৰণ ভঙ্গ দি পলাবলৈ ধৰিলে। সেনাপতি নিজে এখন নদী পাৰ হৈ যাবলৈ ধৰোঁতে এজন মুছলিম সৈন্যই ধৰি হত্যা কৰিলে। যেতিয়া সেনাপতিৰ মৃত্যুৰ বাতৰি সৈন্য বাহিনীৰ মাজত বিয়পি পৰিল তেতিয়া ৰণক্ষেত্ৰত থকা বাকী সৈন্যও পলাব ধৰিলে।

ইয়াৰ পাছত পাৰচিকসকলে নিজৰ হেৰোৱা গৌৰৱ পুনৰুদ্ধাৰ কৰিবৰ বাবে নতুবাৰ যত্ন কৰিছিল। এবাৰ সম্ৰাট ইয়েজাৰ্দে মেৰু প্ৰান্তবলৈ গৈ তাতে প্ৰায় ডেৰ লাখ লোক সংগ্ৰহ কৰি আৰবসকলৰ বিৰুদ্ধে ফিৰুজান নামৰ সেনাপতি এজনক পঠাই

দিলে। খলিফাই খবৰটো পাই পুনৰ ৩০ হাজাৰ লোকৰ সৈন্য বাহিনী এটা নোমান নামৰ সেনাপতি এজনৰ তলত পঠাই দিলে।

নেহাৱান্দ্ নামক ঠাইত দুয়ো পক্ষৰ আকৌ যুদ্ধ আৰম্ভ হ'ল। এই যুদ্ধত এবাৰ সেনাপতি নোমানৰ ঘোৰাটো উজুটি খাই পশ্চাত নিজে ঘোৰাৰপৰা পৰি বৰ আঘাত পালে। এজন মুছলমান সৈনাই তেওঁক সহায় কৰিব অহাত নোমানে কলে, "মোক সহায় কৰাৰ কোনো আৱশ্যক নাই। যোৱা--- আল্লাৰ স্মৰণ কৰা, ইছলামৰ কাৰণে যুদ্ধ কৰা শত্ৰুক নিহত কৰা— সেইটোহে তোমাৰ কৰ্ত্তব্য।" এই যুদ্ধতো মুছলমানে জয় লাভ কৰিলে। ইয়াৰ পাচত মুছলমানে কেৱল পাৰচ্য জয় কৰিয়েই ক্ষান্ত নাথাকিল, সমগ্ৰ মধ্য এচিয়া নিজৰ অধিকাৰলৈ আনিলে।

পাৰচ্য বিজয়ৰ পাচত মুছলমান সকলে চিৰিয়াৰ পিনে দৃষ্টি ঘূৰালে। চিৰিয়াৰ অভিযান আছিল অন্য ৰকমৰ। শেষ নবীৰ জীৱিত কালতেই এবাৰ চিৰিয়াৰ ৰজাই মুছলমানসকলক নিৰ্মূল কৰিবৰ বাবে মদিনা আক্ৰমণ কৰিবলৈ সৈন্য সামন্ত যোগাৰ কৰিছিল। সেই বাতৰি পাই হজৰতে মুছলমানসকলক আগধৰি চিৰিয়া অভিমুখে যাত্ৰা কৰিবলৈ নিৰ্দেশ কৰিলে। মুছলমান সকলে আপত্তি কৰিলে যে এই সময়টো শস্য চপোৱাৰ সময়। ইপিনে এই সময়ত চিৰিয়াত অত্যধিক গৰম পৰিছে। হজৰত মোহাম্মদে কলে যে পাৰ্থিৱ শস্যতকৈ স্বৰ্গীয় শস্য চপোৱাটোৱেই আটাইতকৈ মঙ্গলজনক, আৰু দোজখৰ গৰমতকৈ চিৰিয়াৰ গৰম বেচি নহয়।"

এইদৰে সমৰায়োজন চলিল। এই যুদ্ধৰ কাৰণেই হজৰত আবুবকৰে দান কৰিছিল নিজৰ সমগ্ৰ সম্পত্তি, হজৰত ওমৰে দান কৰিছিল নিজৰ সম্পত্তিৰ আধা; আৰু মুছলমান তিৰোতা সকলে দান কৰিছিল নিজৰ আ-অলঙ্কাৰ সকলো!

এই যাত্ৰাত চিৰীয় সৈন্য বাহিনীৰ লগত মুছলমানবাহিনীৰ সম্মুখ সমৰ নহ'ল। তেওঁলোকে মাত্ৰ বাটত পোৱা কেইখনমান নগৰ আৰু কেইটামান দুৰ্গ অধিকাৰ কৰি ফিৰি আহিছিল। চিৰিয়া জয় কৰাটো হজৰতৰ ইচ্ছা আছিল। চিৰিয়াৰ আৰবী নাম ছাম। চিৰিয়া ৰোমান নাম। সুজলা সুফলা শস্য শ্যামলা এই ছামদেশখন পূৰ্বৰ পৰাই আৰব সকলৰ বাণিজ্য কেন্দ্ৰ আছিল। সমগ্ৰ আৰবলৈ ইয়াৰপৰা খাদ্য বস্তু ৰপ্তানী হৈছিল। কিন্তু এই ৰাজ্যখন আছিল ৰোম সম্ৰাটৰ হাতত। শেষ নবীৰ চিৰিয়া অধিকাৰৰ ইচ্ছাক ফলৱতী কৰিবলৈ প্ৰথম খলিফা হজৰত আবুবকৰে চিৰিয়ালৈ সৈন্য বাহিনী প্ৰেৰণ কৰি-ছিল। সেই অভিযানৰ মূল সেনাপতি আবু ওবাইদাৰ সুবিধা-জনক নেতৃত্বৰ অভাৱ অনুভৱ কৰি হৈফুল্লা খালিদক তেওঁক সহায় কৰিবলৈ পঠোৱা হ'ল। খালিদৰ উপস্থিতিত আবু ওবাইদাই দুগুণ উৎসাহে যুদ্ধত নামিল।

পোন প্ৰথমতে মুছলমান সকলে বছৰা নগৰ অৱৰোধ কৰিলে। চিৰিয়াৰ ভিতৰত এইখন এখন প্ৰধান নগৰ। এই নগৰৰ শাসন কৰ্তাজন পোন প্ৰথমৰ পৰাই ইছলামৰ প্ৰতি আগ্ৰহশীল আছিল। তেওঁ এতিয়া ইছলাম গ্ৰহণ কৰি নগৰ বাসীক মুছলমানৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ বাৰণ কৰিলে। কিন্তু

নগৰবাসীয়ে তেওঁৰ কথালৈ কাণ নিদিলে বৰং তেওঁলোকে শাসনকৰ্তা জনকে বন্দী কৰিলে। কিন্তু তেওঁ কোনো ৰকমে তাৰপৰা পৰিত্ৰাণ লাভ কৰি মুছলমানৰ লগ লাগিলগৈ। তেওঁ খালিদক তুশ সৈন্যৰ কথা কলে। খালিদে সেইদৰে সহায় কৰাত সেই শাসনকৰ্তা জনে এই সৰু সৈন্য বাহিনীটো নগৰৰ মাজেদি পৰিচালনা কৰি লৈ গল। এইদৰে নগৰখন ইছলামৰ ৰাজ্য ভুক্ত হ'ল। তেতিয়া শাসনকৰ্তাজনে ৰাজহুৱা ভাৱে ইছলাম গ্ৰহণ কৰি কলে, "একমাত্ৰ আল্লাই মোৰ ৰক্ষক আৰু ইছলাম মোৰ পবিত্ৰ ধৰ্ম। কাবা মোৰ ধৰ্ম মন্দিৰ মুছলমানসকল মোৰ ভাই; হজৰত মোহাম্মদ মোৰ ধৰ্ম-গুৰু।"

বছৰা-বিজয় সমাধা কৰি মুছলমান সকলে দামস্কচ অভিমুখে যাত্ৰা কৰিলে। দামস্কচ তেতিয়া চিৰিয়াৰ ৰাজধানী আৰু এচিয়াৰ ভিতৰত এটা ডাঙৰ বাণিজ্য কেন্দ্ৰ।

দামস্কচৰ শাসনকৰ্তাই মুছলমানৰ বিৰুদ্ধে নগৰ ৰক্ষাৰ অভিপ্ৰায়ে নিজৰ পাৰিষদ বৰ্গক আহবান কৰি আলোচনাত বহিল। তাৰে ভিতৰত এজন বীৰ পুৰুষে গৰ্জি উঠিল, "মই মুছলমান সকলৰ বিৰুদ্ধে যুদ্ধ কৰিম। সিহঁতক চিৰিয়াৰ সীমাৰ বাহিৰ কৰিম।"

দামস্কচৰ শাসনকৰ্তাই এদল বীৰ যোদ্ধা লগত দি সেই বীৰজনক ৰণক্ষেত্ৰলৈ পঠাই দিলে। সি গৈ মুছলমান সেনাপতি খালিদক ব্যক্তিগত যুদ্ধৰ বাবে আহ্বান জনালে। খালিদেও সেই প্ৰত্যাহ্বান গ্ৰহণ কৰিলে। পোন প্ৰথম বাৰতেই অতি দৰ্পী বীৰ জনক খালিদে বন্দী কৰি মুছলমান শিবিৰলৈ পঠাই দিলে।

ইয়াৰ পাচত দামস্কচৰ শাসনকৰ্তা নিজেই আহি খালিদক প্ৰত্যাহ্বান জনালে। এই বাৰো চৈফুল্লা খালিদে তেওঁক বন্দী কৰিলে। দামস্কাচ বাসীয়ে প্ৰমাদ গণিলে। সকলোৱে আলোচনা কৰি এজন বুঢ়ালোকক পঠাই এটা ভেটিৰ প্ৰস্তাৱ পঠালে। বুঢ়াজনে গৈ মুছলিম শিবিৰত প্ৰস্তাৱ দাঙি ধৰিলে, "আমি প্ৰতিজন সৈনিকৰ বাবে এটা পাগুৰি, এটা পোছাক, আৰু এটাকৈ সোণৰ টুকুৰা দিম; তোমালোকৰ সেনাপতিৰ কাৰণে দহটা পোছাক আৰু এশতা সোণৰ টুকুৰা দিম; খলিফাৰ কাৰণে এশতা পোছাক আৰু এহাজাৰ সোণৰ টুকুৰা দিম। তোমালোকে যুদ্ধ নকৰি উভতি যোৱা।" কিন্তু খালিদে সেই ভেটি গ্ৰহণ নকৰি অৱৰোধ কৰিলে। ৭০ দিন নগৰ অৱৰোধ কৰাৰ পাচত দামস্কচ বাসী বৰ বিপাঙত পৰিল। এদিন কেইজনমান নগৰবাসীয়ে আবু উবাইদাৰ ওচৰলৈ আহি কলে, "আমি আপোনালোকৰ লগত শান্তি বিচাৰি আহিছোঁ। আমি কেৱল আপোনাৰ ওচৰলৈহে আহিছোঁ, খালিদৰ ওচৰলৈ নহয়। কাৰণ আপুনি মৰমিয়াললোক। খালিদে আমাৰ কথা কৰ্ণপাতকে নকৰিব। যদি আপুনি নগৰবাসীৰ জীৱন ৰক্ষাৰ বাবে প্ৰতিজ্ঞাবদ্ধ হয় তেনেহলে আমি আপোনাৰ বাবে দুৱাৰ খুলি দিম।"

আবু উবাইদা সিহঁতৰ কথাত মান্তি হ'ল কিন্তু খালিদক এই বিষয়ে একো গম পাব নিদিলে।

আনফালে খালিদেও এজন ৰোমান যাজকৰপৰা তেনে এটা আহ্বান পাইছিল। যাজক জনে এদিন ৰাতি আহি কলে,

"যদি আপুনি মোক মোৰ কোনো সম্বন্ধীয়ৰ একো অন্যায় নকৰিবলৈ প্ৰতিশ্ৰুতি দিয়ে মই আপোনাক নগৰৰ দুৱাৰ খুলি ভিতৰলৈ লৈ যাম।"

এইদৰে দুয়োজন সেনাপতিয়ে দুখন দুৱাৰেদি নগৰত প্ৰবেশ কৰি নগৰৰ মাজত লগ লাগিলগৈ। খালিদে নগৰবাসীক এটা সেকা দিবলৈ বিচাৰিছিল। কিন্তু উবাইদাই কলে, "মই নগৰবাসীক একো অত্যাচাৰ নকৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হৈছোঁ। গতিকে সিহঁতৰ একো অন্যায় নকৰিবা।" খালিদে উবাইদাৰ কথা শুনি নিজকে সংযত কৰি এই বিষয়ে কি কৰা উচিত খলিফালৈ উপদেশ বিচাৰি পঠালে। খলিফাই উত্তৰ দিলে— "মুছলমানৰ হাতৰ তলোৱাৰ শান্তি প্ৰতিষ্ঠাৰ কাৰণেহে, অত্যাচাৰৰ কাৰনে নহয়। নগৰ অধিকৃত হল কিন্তু জনসাধাৰণৰ ক্ষতি একো নহল।"

দামস্কাচৰ পতনৰ সংবাদ ৰোম সম্ৰাটৰ কাৰণে ডাঙৰ চিন্তাৰ বিষয় হৈ পৰিল। সম্ৰাট হিৰাক্লিয়াচে নিজেই এইবাৰ বিপুল সংখ্যক সৈন্যৰ বাহিনী এটা গঠন কৰি মুছলমান বাহিনীক মথিমুৰ কৰিবলৈ আগবাঢ়ি আহিল। এই বাহিনীত সুশিক্ষিত সৈন্য দুই লাখ থকা বুলি কোৱা হয়। এই সৈন্য বাহিনীত কিছুমান আৰবলোকেও যোগ দিছিল। তেওঁলোকৰ সেনাপতিৰ নাম জাবালা।

জাবালা পোন প্ৰথমতে মুছলমান আছিল। তেওঁ এবাৰ কাবালৈ যাওঁতে এজন দুখীয়ালোকৰ ভৰিৰ গচক এটা তেওঁৰ কাপোৰত পৰিছিল। সেই খণ্ডতে দুখীয়াজনক জাবালাই ৰবকৈ

মৰিয়ালে। গোচৰটো খলিফাৰ ওচৰলৈ গ'ল। কিন্তু তেতিয়া জাবালা গৈ চিৰিয়াৰ সৈন্য বাহিনীত প্ৰৱেশ কৰিছে। খলিফাই বিচাৰৰ বাবে জাবালাক বিচাৰি নাপালে।

দুয়ো দল সৈন্যই পুনৰ ইয়াৰমুক নামে ঠাইত ভেঁটাভেঁটি হ'ল। প্ৰথমতে খলিদে জাবালক আক্ৰমণ কৰিছিল। যুদ্ধৰ প্ৰথম অৱস্থাতে জাবালাৰ দল হাৰিল আৰু জাবালাই প্ৰাণ লৈ পলাল। পাচত ৰোম সেনাপতিজনে নিজে আগ বাঢ়ি আহি খালিদক লগ ধৰি প্ৰস্তাৱ কৰিলে যে যদি তেওঁলোকে যুদ্ধ কৰিব এৰি গুচি যায় তেনেহলে তেওঁক তেওঁলোকে কিছু ধন-সোণ উপঢৌকন দিব। খালিদ ভেটিখোৰ নাছিল। ভেটিৰ নাম শুনি তেওঁৰ মূৰ গৰম হৈ গ'ল। অধীনতা স্বীকাৰ নাইবা যুদ্ধৰ বাহিৰে অন্য উপায় নাই বুলি সেনাপতিজনক বিদায় দিলে। পাচত যুদ্ধ আৰম্ভ হ'ল। চিৰীয় সৈন্যই ভাল ৰকমে মাৰ খালে। চিৰিয়াৰ শাসনকৰ্তাজনে নিজৰ ৰাজধানী এৰি কনষ্টাণ্টিনোপললৈ পলাই গ'ল ( ৬৩৬ খৃঃ )।

চিৰিয়া অধিকাৰ কৰি মুছলমান সকলে জেৰুচালেম অক্ৰমণ কৰিবলৈ মন মেলিলে। জেৰুচালেম আদিম যুগৰ পৰাই এখন প্ৰসিদ্ধ নগৰ। হজৰত ছোলেমান পয়গাম্বৰে ইয়াত তেওঁৰ বিখ্যাত মছজিদ নিৰ্মাণ কৰাইছিল। বহুতো ইহুদী পয়গাম্বৰৰ ই পৱিত্ৰ লীলাভূমি। হজৰত ইছা আলায়হেচ্ছালামে (যীচুখৃষ্ট) ইয়াতে একেশ্বৰবাদী ধৰ্ম প্ৰচাৰ কৰিছিল।

জেৰুছালেম অধিকাৰ কৰিবৰ কাৰণে আবু ওবাইদাক ডাঙৰ সৈন্যবাহিনী এটাৰে সৈতে পঠাই দিয়া হ'ল। মুছলিম

সৈন্যই জেৰুচালেম পোৱাৰ বাতৰি পাই তাৰ শাসনকৰ্ত্তা জনে মিচৰলৈ পলায়ন কৰিলে। নগৰবাসীয়ে খৃষ্টান গীৰ্জাৰ ধৰ্ম-যাজকজনক নেতা নিৰ্বাচন কৰিলে। সেই নেতাজনে মুছলমানৰ লগত মিত্ৰতা স্থাপনৰ সূত্ৰ বিচাৰিব ধৰিলে।

মুছলিম সেনাপতি ওবাইদাই নগৰত ৰক্তপাত নকৰাকৈ তাক জয় কৰাৰ চেষ্টা কৰিছিল। সেইবাবে নগৰবাসীলৈ এখন চিঠি লিখিলে, 'যদি তোমালোকে ইছলাম গ্ৰহণ কৰা, আমি একো ক্ষতি নকৰাকৈ উভতি যাম। তাকে নকৰি যদি কৰ দিবলৈ স্বীকাৰ কৰা, তেতিয়াও আমি গুচি যাম। কিন্তু একোকে স্বীকাৰ নকৰিলে যুদ্ধ কৰিবলৈ আমি বাধ্য হম।' —এইদৰে প্ৰস্তাৱ কৰি তেওঁ সুদীৰ্ঘ চাৰিমাহ কাল নগৰ অৱৰোধ কৰি আছিল। মুছলিম সৈন্য বাহিনীয়ে জাৰত অশেষ কষ্ট পাইছিল। কিন্তু সেই বৰফকো শিৰ পাতিলৈ অপেক্ষা কৰি আছিল।

অৱশেষত কেইজনমান নগৰবাসী ওলাই আহি কলে যে যদি খলিফা নিজে আহি জেৰুছালেমত উপস্থিত হয় তেনেহলে তেওঁলোকে নিজে খলিফাৰ হাতত নগৰৰ চাবি অৰ্পণ কৰিব।

সেনাপতি উবাইদাই নগৰবাসীৰ প্ৰস্তাৱ জনাই খলিফালৈ পত্ৰ লিখিলে। পত্ৰ পাই হজৰত ওমৰে জেৰুছালেমলৈ যাত্ৰা কৰিলে। এই যাত্ৰাৰ সময়ত খলিফাৰ উঠিবৰ বাবে মাত্ৰ এটা উট আছিল। পথৰ বাবে খোৱা-লোৱাৰ সকলোখিনি সম্ভাৰ উটৰ পিঠিত তুলি দি যাত্ৰা কৰিলে। লগত ললে নিজা চাকৰ এজন। বয়-বস্তু পিঠিত তুলি দিয়া বাবে উটটোৰ পিঠিত মাত্ৰ

এজন মানুহ হে যাব পাৰিছিল। প্ৰথমে খলিফাই কিছুদুৰ উটৰ পিঠিত উঠি গৈ দেখিলে যে চাকৰজনৰ খোজ কাঢ়ি কাঢ়ি ভাগৰ লাগিছে। তেতিয়া চাকৰজনক উটৰ পিঠিত তুলি দি খলিফাই নিজে খোজ কাঢ়ি যাব ধৰিলে। এইদৰে পালা কৰি যাওঁতে জেৰুছালেম নগৰ পোৱাৰ সময়ত উটৰ পিঠিত উঠাৰ সময় আছিল চাকৰজনৰ আৰু খলিফাই নিজে খোজ কাঢ়িব লাগিছিল। চাকৰজনে অশেষ চেষ্টা কৰা সত্বেও খলিফাই সেই ঠাইডোখৰ নিজে খোজ কাঢ়ি গৈছিল আৰু চাকৰজনক উটত তুলি নিছিল।

বিৰাট মুছলিম সাম্ৰাজ্যৰ অধিপতি যি গৰাকী খলিফা সেইজনৰ এনে সৰল জীৱন যাপনে জেৰুছালেম বাসীক স্তম্ভিত কৰিলে। মুছলমান নেতা সকলে তেখেতক মূল্যবান কাপোৰ-কানি পিন্ধিবলৈ অনুৰোধ কৰিলে কিন্তু তাৰ সলনি তেখেতে ৰেচমৰ কাপোৰ পিন্ধা মুছলমান সকলক ভৎৰ্সনাহে কৰিলে। তেওঁ তেওঁলোকক প্ৰশ্ন কৰিলে— কিয় তেওঁলোকে শেষ নবী হজৰত মোহাম্মদ মুস্তাফাই প্ৰদৰ্শনি কৰা সৰল জীৱন-যাপন পদ্ধতিক বাদ দিছে। তেওঁলোকে উত্তৰ দিলে যে যদিও তেওঁ-লোকৰ সাজ-পোছাক বদলিছে তথাপিতো অন্তঃকৰণবোৰ সৰল হৈয়ে আছে।

খলিফা জেৰুছালেমত এসপ্তাহ কাল আছিল। নগৰবাসীৰ নেতা ধৰ্মযাজক জনে নিজে ওলাইআহি খলিফাৰ হাতত তাৰ চাবি সোধাই দি নগৰৰ ভিতৰৰ প্ৰধান প্ৰধান অংশবোৰ দেখুৱাই দিলে। খলিফাই নগৰবাসী সকলক আহ্বান কৰি এটা

বক্তৃতা দিলে। বক্তৃতাটোত আশ্বাস বাণীদান কৰিলে, "আমি তোমালোকক হত্যা নকৰোঁ, লুণ্ঠন নকৰোঁ। তোমালোকৰ ধৰ্ম মন্দিৰবোৰ ধ্বংস নকৰোঁ। তোমালোকৰ ইচ্ছামতে নিজ নিজ ধৰ্ম পালন কৰিবা।"

নগৰৰ ভিতৰত ৰক্তপাত নহ'ল, হত্যাকাণ্ড নহ'ল, লুঠ্‌তৰাজ নহ'ল। আৰু উৰাইদাৰ ইচ্ছা পূৰ্ণ হ'ল। এনেকৈ এটা শান্তি-পূৰ্ণ পৰিস্থিতিৰ মাজেৰে নগৰৰ শাসন ভাৰ খলিফাৰ হাতলৈ আহিল।

ইয়াৰ পাচত ৬৩৮ খৃঃত ৰোমান সম্রাট পুনৰ যুদ্ধৰ কাৰণে সাজু হ'ল। হিৰাক্লিয়াছে চিৰিয়ালৈ পুনৰ এটা বিশাল সৈন্য বাহিনী পঠাই দিলে। এই বাহিনীটোও মুছলমানৰ হাতত সম্পূৰ্ণ ৰূপে পৰাজিত হ'ল। তাৰপাচত মুছলমান বাহিনীৰ হাতত তেওঁ-লোক পুনৰায় পৰাজিত হয়।

এইদৰে স্থল অভিযানৰ কাৰ্য্য কিছু সমাধা কৰি নৌবাহিনী বৃদ্ধিৰ বাবে মুছলমান সকলে যুদ্ধ জাহাজ নিৰ্মাণ কৰিবলৈ ধৰিলে। নৌশক্তিতো ৰোমীয় সকল মুছলমানৰ আগত তিষ্ঠিব নোৱাৰিলে। গ্ৰীক উপসাগৰৰ দ্বীপবোৰ এটা এটাকৈ মুছলমানৰ হাতত পৰিব ধৰিলে। চিৰিয়া আক্ৰমণৰ সময়ত ৰোমীয় সকলে মিচৰৰপৰা সাহায্য পাইছিল। সেইবাবে খলিফা ওমৰে সেনাপতি আমৰুৰ অধীনত এটা সৈন্যবাহিনী মিচৰলৈ পঠাই দিলে। মিচৰৰ জন-সাধাৰণ ৰোম-শাসকবৰ্গৰ অত্যাচাৰ-উৎপীড়ন আৰু শাসনত অতীষ্ঠ হৈ পৰিছিল। তেওঁলোকে এনেয়ে এই শাসনৰ পৰিবৰ্ত্তন বিচাৰিছিল। আমৰুৰ আক্ৰমণত মিচৰ-বাসীয়ে

মুছলমানক তলে তলে সাহায্য কৰিছিল। ৰোম-বাহিনীয়ে মিচৰৰ সকলো ঠাই পৰিত্যাগ কৰি আলেকজেন্দ্ৰীয়াৰ দুৰ্গত আশ্ৰয় গ্ৰহণ কৰিলে। ৬৪১ খৃঃত অলেকজেন্দ্ৰীয়াৰ বাহিৰে সমগ্ৰ মিচৰ আবিচিনিয়াৰ প্ৰান্তলৈকে মুছলমানৰ হাতত পৰিল। মুছলমান সকল সহজ সৰল কৃষিজীৱী মিচৰী সকলৰ লগত মিলি গ'ল। তেওঁলোকে শাসনৰ ভাৰ হাতত লৈয়ে কৃষক সকলৰ জমিৰ উন্নতিৰ কাৰণে জল-সিঞ্চনৰ ব্যৱস্থা কৰিলে। লোহিত আৰু ভূমধ্য সাগৰৰ সংযোগ-ব্যৱস্থাক সংস্কাৰ কৰিলে। এই প্ৰণালীয়েই শেষত চুয়েজখাল নামে অভিহিত হৈছে।

ইতিপূৰ্বে নীল নদীৰপৰা লোহিত সাগৰলৈ এটা সৰু জান আছিল। খৃষ্টীয় তৃতীয় শতাব্দীলৈকে ইয়াত সৰু সৰু নাৱ চলাচল কৰিছিল। পাচত ই ক্ৰমাৎ মাৰ গৈ গৈ ব্যৱহাৰৰ অনু-পযুক্ত হৈ পৰে। ৬৪২ খৃঃ ত সেনাপতি আমৰে ইয়াৰ ভালদৰে সংস্কাৰ সাধন কৰি মিচৰ আৰু হেজাজৰ মাজত বেহা-বেপাৰৰ সুচল ঘটায়। মিচৰৰ অধিবাসী খৃষ্টানসকলেও মুছলমানৰ শাসনত যথেষ্ট সন্তোষ লাভ কৰিছিল।

৬৪৫ খৃঃত পুনৰ ৰোমানসকলে মুছলমানৰ লগত যুদ্ধ আৰম্ভ কৰে। এইবাৰ আলেকজেন্দ্ৰিয়া নগৰো মুছলমানৰ হাতলৈ আহিল। কিন্তু তেওঁলোকে আলেজেন্দ্ৰিয়াৰ পৰিবৰ্তে ফোস্তাদ নগৰত ৰাজধানী পাতিলে।

ইতিপূৰ্বে পাৰচ্য সম্ৰাটৰ বাহিনীৰ লগত মুছলমান বাহিনীৰ সন্মুখ সমৰৰ আৰু মুছলিম বিজয়ৰ বিষয়ে জানি আহিছো। ইয়াৰ পাচত মুছলমান বাহিনীয়ে সম্পূৰ্ণৰকমে যেতিয়া ৰোমৰ শক্তিৰ

বিৰুদ্ধে সাজু থাকিব লগীয়া হৈছিল, তেতিয়া ৬৪২ খৃঃত পাৰচ্যৰ সম্রাটে পুনৰ বিশাল বাহিনী এটা গঠন কৰি নেহাবন্দত থকা মুছলমান সকলক আক্রমণ কৰে। এইবাৰো মুছলমানৰ হাতত পাৰচ্য-সম্রাটৰ পৰাজয় ঘটে। এক লাখৰো ওপৰ সৈন্যই প্ৰাণ হেৰুৱাৰ লগাত পৰে আৰু সম্রাটে নিজে প্ৰাণ লৈ পলাই যায়। পাৰচ্য একেবাৰে ধ্বংসপ্ৰাপ্ত হয়। ইয়াৰ পিচত মুছলমানসকলে হামদান আজাৰবাইজান আদি ৰাজ্যবোৰো অধিকাৰ কৰে।

হজৰত ওমৰৰ সময়তে মিচৰ, ছাম ( চিৰিয়া ) পেলেষ্টাইন, ইৰাক, মেচোপতমিয়া, পাৰচ্য আদি মুছলমানৰ হস্তগত হয়। এওঁৰ সময়ত ইছলাম চতুৰ্দিকে বিস্তাৰিত হয়। এইজন খলিফাই ১৪,০০০ মছজিদ নিৰ্মাণ কৰাইছিল। তেওঁৱেঁই পোন প্ৰথমতে দেৱান বা ৰাজহ বিভাগৰ প্ৰৱৰ্তন কৰিছিল। অৱস্থা বিশেষে আনচাৰ আৰু মোহাজেৰ সকলৰ বাবে বৃত্তিৰ ব্যৱস্থা কৰি দিছিল। তেৱেঁই হিজৰী চনৰ প্ৰচলন কৰে। এই খলিফাগৰাকীয়ে ৰাজ্যৰ ভিত্তি সুদৃঢ় কৰি ৰাখিবৰ বাবে সুনিয়ন্ত্ৰিত সৈন্য বিভাগবো প্ৰতিষ্ঠা কৰে। কুফা, বছৰা, জৰ্দন আৰু পেলেষ্টাইন প্ৰদেশত স্বতন্ত্ৰ সৈন্য বাহিনী গঠন কৰে। এইবোৰ প্ৰদেশত প্ৰত্যেক জন সমৰ্থ ব্যক্তিয়ে সৈন্য বাহিনীত যোগ দিব লগা হৈছিল। অন্যান্য প্ৰদেশত দেশৰ অৱস্থা অনুসাৰে ব্যৱস্থা কৰিব লগা হৈছিল। প্ৰথম খলিফা হজৰত আবুবকৰ ছিদ্দিকে মাত্ৰ মুছল-মানৰ দ্বাৰা সৈন্য বাহিনী গঠন কৰিছিল। কিন্তু হজৰত ওমৰে মুছলমান অমুছলমান সকলো শ্ৰেণীৰ পৰাই সৈন্য সংগ্ৰহ কৰিছিল।

এই দৰে হজৰত ওমৰে ১০ বছৰ ছমাহ কাল ৰাজ্য শাসন কৰে। শেষত এজন আততায়ীৰ হাতত তেওঁৰ মৃত্যু হয়। মদিনাত এজন সম্ভ্ৰান্ত লোকৰ ফিৰোজ নামেৰে এজন পাৰ্চিক দাস আছিল। তেওঁ ভাল চিত্ৰ আঁকিব জানিছিল। তাৰ উপৰি কমাৰ আৰু মিস্ত্ৰীৰ কামো ভালকৈ কৰিব জানিছিল। তেওঁ যি উপাৰ্জন কৰিছিল তাৰে এটা অংশ গৰাকীক দিব লগাত পৰিছিল। কিন্তু গৰাকীক ফিৰোজে ভাল নাপাইছিল।

এদিন ফিৰোজে নিজৰ গৰাকীৰ বিৰুদ্ধে খলিফাৰ ওচৰত এটা গোচৰ দিলেগৈ। খলিফাই বিচাৰ কৰি ফিৰোজৰ বিপক্ষেই ৰায় দিব লগাত পৰিল। গতিকে সেই দাসজনৰ খলিফাৰ ওপৰত খং উঠিল। এনেকি সি খঙেৰে খলিফাৰ সন্মুখৰপৰা আঁতৰি গ'ল। খলিফাই নাভাবিলে যে মানুহজনে কেতিয়াবা তেওঁৰ অন্যায় সাধন কৰিব পাৰে।

এদিনাখন হজৰত ওমৰে নামাজত অভিভূত হৈ থাকোঁতে এই দাসজনে তেওঁক ছুৰী এখনেৰে ছ-ঠাইত আঘাত কৰিলে। তাৰ পাচত সি পলাল। পলাই যাওঁতে যেয়ে তাক ধৰিব বিচাৰিছিল তাকেই হত্যা বা আঘাত কৰি সি কেৱল দৌৰ দিছিল। অৱশেষত সি ধৰা পৰিল। কিন্তু তাৰ বিচাৰ কৰি কোনো শাস্তি বিধান কৰাৰ পূৰ্বতে, সি নিজৰ ছুৰীৰে নিজকে আঘাত কৰি প্ৰাণ বিনাশ কৰিলে।

খলিফাৰ গাত লগা আঘাত কেইটা প্ৰাণঘাতী আছিল। শৰীৰত ভীষণ যন্ত্ৰণাৰ সৃষ্টি হৈছিল। তথাপি লগত নামাজ পঢ়ি থকা লোক সকলক নামাজ শেষ কৰিবলৈ হুকুম কৰিছিল।

তেওঁলোকৰ যেতিয়া নামাজ পঢ়া শেষ হ'ল, তেতিয়া আটায়ে খলিফাক ধৰাধৰিকৈ তেওঁৰ ঘৰলৈ লৈ গ'ল। দৰিদ্ৰৰ বন্ধু খলিফাই তাৰে ভিতৰতে সঙ্গীসকলক সুধিলে, "মোক আঘাত কৰা সেইজন কোন মানুহ।"

এজন সঙ্গীয়ে কলে, "সেইজন ফিৰোজ।"

খলিফাই উত্তৰটো শুনি আনে শুনাকৈ উচ্চাৰণ কৰিলে, "আল্লাৰ প্ৰতি বহুত প্ৰশংসা যে সি মুছলমান নহয়।"

মৃত্যুৰ পূৰ্বতে মুছলমান সকলে খলিফাক তেওঁৰ উত্তৰাধিকাৰী এজন মনোনীত কৰিবলৈ আবেদন জনালে। খলিফাই হজৰত ওচমান, হজৰত আলি আৰু অন্যান্য ছ-জন নেতাক* মাতি তেওঁলোকৰ ভিতৰৰপৰা এজন খলিফা নিৰ্বাচন কৰি লবলৈ নিৰ্দেশ দিলে আৰু কলে— "তোমালোকে চাবা, যাতে মুছলমান সকলে পবিত্ৰ কোৰ্‌আন অধ্যয়ন কৰে আৰু তাৰ নিৰ্দেশবোৰ পালন কৰে। তোমালোকৰ অধীনতা স্বীকাৰ কৰা সকলোকে ৰক্ষা কৰিবা।"

সঙ্গী সকলক এইদৰে উপদেশ দান কৰি মহান খলিফা হজৰত ওমৰ ফাৰুকে ইহ সংসাৰৰপৰা বিদায় ললে। শেষ পয়গাম্বৰ হজৰত মোহাম্মদ মোস্তফা আৰু প্ৰথম খলিফা হজৰত আবুবকৰ ছিদ্দিকৰ কবৰৰ ওচৰতে হজৰত ওমৰ ফাৰুককো কবৰ দিয়া হ'ল।

---

* হজৰত ওচমান, হজৰত আলি, জোবেৰ, তালহা, আব্দুৰ ৰহমান, এবনে অকাচ।

এই গৰাকী খলিফা অতিশয় সৰল জীৱন যাপনৰ বাবে খ্যাত আছিল। তেওঁ কোনো দিনে নিজক ধনী বা আঢ্যৱন্ত বুলি ভাৱিছিল। ডাঠ ৰুটি আৰু খেজুৰ আছিল তেওঁৰ প্ৰধান খাদ্য। সদায় মছজিদত এজন সাধাৰণ মানুহৰ দৰে বহিছিল আৰু তাতে দৰবাৰ পাতিছিল। যি সকল নতুন বা অপৰিচিত লোকে তেখেতক মছজিদত লগ পাইছিল তেওঁলোকে কেতিয়াও খলিফা বুলি অনুমান কৰিব পৰা নাছিল। বহুলোকে বহু সময়ত খলিফাক বিচাৰি আহি "খলিফা ক'ত" বুলি তেখেতকেই প্ৰশ্ন কৰিছিল।

এবাৰ ৰূম সম্ৰাটে এই মহা প্ৰতাপী খলিফাজনৰ ব্যক্তিগত জীৱন সম্পৰ্কে জানিবলৈ কেইজনমান গুপ্তচৰ মদিনালৈ পঠাই দিছিল। তেওঁলোকে মদিনাত বহু পৰিশ্ৰম কৰিও খলিফাৰ কোনো অট্টালিকা বিচাৰি উলিয়াব নোৱাৰিলে। কোনো বিলাসপূৰ্ণ দৰবাৰো তেওঁৰ নাই। তেওঁলোকে বিচাৰি গৈ মছজিদত পাৰিষদ বৰ্গেৰে বেষ্টিত খলিফাক পালেগৈ। তেওঁৰ এই মছজিদৰ প্ৰাঙ্গনেই দৰবাৰ; খেজুৰ পাতৰ ঢাৰি এখনেই সিংহাসন আৰু সাজ-পোছাক তেনেই সাধাৰণ। সঙ্গীসকলৰপৰা তেওঁক বিচাৰি উলিওৱা টান। ৰূম সম্ৰাটে চৰকীসকলৰ মুখৰ পৰা জানিব পাৰিলে যে এই অতি সাধাৰণ মানুহজনৰ প্ৰতি প্ৰতিজন মুছলমানৰে অশেষ শ্ৰদ্ধা মৰম আৰু ভক্তি। প্ৰত্যেকজন সৈন্য আৰু সেনাপতিয়ে তেওঁৰ উপদেশ আৰু আদেশ আখৰে আখৰে পালন কৰে। এই বাতৰি পাই সম্ৰাটে মুছলিম ৰাষ্ট্ৰৰ বিৰুদ্ধে

আঙুলি টোৱাবলৈকো ভয় কৰি মিত্ৰতা স্থাপন কৰিবলৈ যত্নবান হৈছিল

এইগৰাকী খলিফা বৰ মৰমিয়াল হৈ পৰিছিল আৰু দুখীয়া সকলৰ বন্ধু আছিল। কোনো লোক কষ্টত পৰিলে হজৰত ওমৰে যি কোনো ত্যাগ স্বীকাৰ কৰি তেওঁক সহায় কৰিছিল। তেওঁৰ ৰাজত্ব কালত এসময়ত আৰবত বৰ দুৰ্ভিক্ষ হৈছিল। তেওঁ যিমান পাৰে প্ৰজাসকলক সাহায্য দান কৰিছিল। দুৰ্ভিক্ষ শেষ নোহোৱালৈকে নিজে মাখন খোৱাটো বন্ধ কৰি দিছিল। তেওঁ কৈছিল, "যেতিয়া কিছুমান লোকে শুকান ৰুটি এটুকুৰাও খাবলৈ পোৱা নাই তেতিয়া মই বাৰু মাখন ঘিউ কেনেকৈ খাম ?"

এদিনাখন হজৰত ওমৰে বাটেদি গৈ থাকোঁতে এজনী তিৰোতাই কোৱা শুনিলে, "ওমৰৰ মূৰত অভিশাপ পৰক। যেতিয়াৰপৰা হজৰত ওমৰ খলিফা হ'ল, তেতিয়াৰপৰা মই দুখত পৰিলোঁ। এতিয়া খাবলৈকে একো নাইকিয়া হ'ল।' কথাষাৰে হজৰত ওমৰক বৰ আঘাত কৰিলে। তেওঁ ততাকৈয়াকৈ ঘৰলৈ গৈ তিৰোতা জনীলৈ কিছুমান খোৱা বস্তুলৈ আহিল। তিৰোতা জনীয়ে এই উপকাৰত খালিফাক খুব প্ৰশংসা কৰিলে। —"আপুনি ইমান ভাল মানুহ। আপোনাৰ দৰে ভাল মানুহ এজন নগৰত পাবলৈ নাই। আমাৰ খালিফাজন আপোনাৰ নিচিনা দয়ালু হ'লে !"

কথা কেইষাৰ শুনি হজৰত ওমৰে একো নোকোৱাকৈ ভাৰপৰা গুচি গ'ল।

মুছলমানে জয়কৰা দেশবোৰৰপৰা প্ৰচুৰ ধন-সোণ খালিফাৰ অধীনত থকা ৰাষ্ট্ৰীয় ধন ভঁৰাললৈ আহিছিল। খালিফাই সদায় নিজৰ অংশটো সৈন্য সকলৰ কাৰণে বিতৰণ কৰিছিল। আন অংশটো বয়তুলমাল বা ৰাষ্ট্ৰীয়ধন ভঁৰালত জমা হৈছিল। মুছলমানৰ সম্পত্তিকৰ 'জাকাতৰ' ধনবোৰো বয়তুলমালত জমা হৈছিল।

বয়তুলমাল পৃথিৱীৰ মুছলমানৰ তথা মুছলিম সাম্ৰাজ্যৰ জনসাধাৰণৰ উমেহতীয়া সম্পত্তি। খালিফা সেই সম্পত্তিৰ সংৰক্ষক। গৰীব লোক, বিধৱা, অনাথ শিশু, আদিক ইয়াৰ পৰা সাহায্য দান কৰা হৈছিল। যেতিয়া এজন লোক বুঢ়া হয় আৰু কাম কৰিবলৈ অনুপযুক্ত হয় তেওঁক তাৰপৰা পেঞ্চন দিয়া হৈছিল।

চৰকাৰী কৰ্মচাৰী সকলক ইয়াৰপৰা দৰমহা দিয়া হৈছিল। ইয়াৰ দ্বাৰা স্কুল আৰু চিকিৎসালয়বোৰ পৰিচালনা কৰা হৈছিল। কেতিয়াবা কেতিয়াবা নতুন ৰাস্তা তৈয়াৰ কৰাত বয়তুলমালৰ ধন খৰচ কৰা হৈছিল।

খলিফা হজৰত ওমৰে এই বয়তুলমাল খুব যত্নেৰে সংৰক্ষণ কৰিছিল। নিজেও ইয়াৰ অপব্যৱহাৰ নকৰিছিল আনকো অপব্যৱহাৰ কৰিব নিদিছিল।

এসময়ত কিছুমান স্পৃহণীয় বস্তু দেখি খলিফাৰ জীয়েক এজনীয়ে তেওঁক দিবৰ কাৰণে গোহাৰি জনালে। তেওঁ মাত্ৰ কলে, "মা, মই তোমাক এইটো দিব নোৱাৰোঁ, কাৰণ এইবোৰ মোৰ নিজা সম্পত্তি নহয়। এইয়া আমাৰ জাতীয় সম্পদ। সেই

কাৰণেই তোমাক মই দিব নোৱাৰোঁ। মোৰ বস্তুহে তোমাক দিবৰ বাবে মোৰ ক্ষমতা আছে।"

এসময়ত বিদেশৰপৰা উপঢৌকন স্বৰূপে কিছুমান কাপোৰ আহিছিল। তেখেতে দুখীয়াৰ মাজত কাপোৰবোৰ বিতৰণ কৰি দিলে। তাৰে দুখন কাপোৰ নিজৰ পুতেক আৰু নিজৰ কাৰণেও ৰাখিলে। হজৰত ওমৰ বৰ ডাঙৰ দীঘল মানুহ আছিল। কিন্তু এখন কাপোৰেৰে তেওঁৰ এটা চোলা নহয়। তেতিয়া পুতেকেও তেওঁৰ ভাগৰ কাপোৰখন বাপেকক দি দিলে। যেতিয়া নামাজ পঢ়িবলৈ মজিদলৈ গ'ল তেতিয়া মানুহবোৰে খালিফাৰ গাত এটা জোৰা দিয়া কাপোৰৰ কুৰ্তা দেখিবলৈ পালে। উপস্থিত কোনো এজন লোকে তাৰ কাৰণটো পুতেকক সুধিলে। যেতিয়া যোৰা দিয়া কুৰ্ত'াৰ ঘটনাটো জানিব পাৰিলে তেতিয়া আন মানুহবোৰ আচৰিত হ'ল।

হজৰত ওমৰৰ সুবিচাৰৰ বিষয়ে প্ৰসিদ্ধ আছে। প্ৰজাক সুখ-শান্তি দান কৰাই আছিল তেওঁৰ জীৱনৰ লক্ষ্য। সেইবাবে তেওঁ বহুটো আইন প্ৰণয়ন কৰিছিল। আইনবোৰ যাতে ভালদৰে পালন কৰা হয় তাৰবাবে কাজি বা বিচাৰপতিৰ দ্বাৰা পৰিচালিত আদালত স্থাপন কৰিছিল। ধনী দুখী সকলোৱে আদালতলৈ গৈ বিচাৰৰ বাবে প্ৰাৰ্থনা কৰিব পাৰিছিল।

কেতিয়াবা কেতিয়াবা খালিফাই নিজে বিচাৰ কৰিও সিদ্ধান্ত দান কৰিছিল।

এসময় ভাৰতৰ প্ৰসিদ্ধ পণ্ডিত সুন্দৰলালে মহাত্মাক প্ৰশ্ন কৰিছিল 'ৰাম ৰাজ্য পৃথিৱীত প্ৰতিষ্ঠা হৈছিলনে ?' তেতিয়া মহাত্মা গান্ধীয়ে উপৰাই মাত দিছিল, "হৈছিল এবাৰ হজৰত ওমৰৰ ৰাজত্বকালত।"

বিচাৰৰ সময়ত কোনো লোকৰ প্ৰভাৱে যাতে তেওঁক স্পৰ্শ কৰিব নোৱাৰে তাৰবাবে সদায় সাজু আছিল। ন্যায্য বিচাৰেই আছিল তেওঁৰ মুখ্য উদ্দেশ্য। এসময়ত তেওঁৰ ঘৈণীয়েকে তেওঁৰ বিচাৰাধীন হৈ থকা মানুহ এজনৰ সম্পৰ্কে কিবা কৰলৈ তেওঁৰ আগত উত্থাপন কৰিছিল। খলিফাই কৈছিল, "যি ন্যায় মই উদ্ধাৰ কৰিব পাৰোঁ, তাকেহে মই গ্ৰহণ কৰিব পাৰিম। এজনৰ কথামতে আনজনক মই মুক্তি বা শাস্তি দিব নোৱাৰোঁ।"

হজৰত ওমৰে নিজৰ ৰাজ্যখন বহু প্ৰদেশত ভাগকৰি প্ৰতিখন প্ৰদেশতে একোজনকৈ শাসনকৰ্তা নিয়োগ কৰিছিল। শাসনকৰ্তা সকলে নিজ পদত অধিষ্ঠিত হোৱাৰ আগতে সত্য আৰু ন্যায়ত থাকিবৰ বাবে শপথ গ্ৰহণ কৰিব লগাত পৰিছিল। এই শাসক বৰ্গক কেতিয়াও জাক-জমকতা পূৰ্ণ সাজ-পোছাক ব্যৱহাৰ কৰিব নিদিছিল আৰু প্ৰজাৰ সেৱাত নিজক সকলো সময়তে প্ৰস্তুত থাকিব দিয়া হৈছিল।

এই শাসক সকলক যাতে জন সাধাৰণে সকলো সময়তে লগ পাব পাৰে তাৰবাবে দুৱাৰ মুখত কোনো দুৱাৰ বক্ষীৰ ব্যৱস্থা কৰা নহৈছিল। যদি কোনো শাসকৰ বিৰুদ্ধে খলিফাৰ

ওচৰলৈ এনে ধৰণৰ কেতিয়াবা অভিযোগ আহিছিল, তেতিয়া তেতিয়াই খালিফাই তেওঁক ৰবখাস্ত কৰিছিল।

খালিফা নিজেই যেতিয়া তেতিয়াই ৰাজ্যত ভ্ৰমণ কৰিছিল। এই ভ্ৰমণবোৰত নিজে ছদ্মবেশ ধাৰণ কৰি জনসাধাৰণৰ মাজে মাজে ঘূৰি ফুৰি তেওঁলোকৰ সুখ-দুখৰ উমান লৈছিল। নিজৰ সম্পৰ্কে তেওঁলোকৰ মতামত জেনে সেই বিষয়ে বুজিবলৈ যত্ন কৰিছিল।



